তিনি অঙ্কীয়া সামাজিক নাট

# অগ্ৰগামী



প্ৰণেতা
শ্ৰীসৰ্ব্বানন্দ পাঠক
বৰপেটা ।

বেচ—দুটকা মাত্ৰ



প্ৰকাশক :—
গ্ৰন্থকাৰ :—বৰপেটা, দলাহাটী
শ্ৰীকৃষ্ণ কান্ত মহন্ত
বাৰপুজীয়া, নগাওঁ ।

প্ৰথম প্ৰকাশ
৫০০ শঙ্কৰাব্দ
১৯৪৯ চন ।

ছপাকৰোতা :—
শ্ৰীস্বৰূপ চন্দ্ৰ কলিতা
আসাম প্ৰেছ, গুৱাহাটী ।





উপহাৰ

---

চিন স্বৰূপে

শ্ৰী........................................ক

এই অগ্ৰগামী খনি

উপহাৰ দিয়া হ'ল ।

শ্ৰী........................................



পৰম পূজনীয়া

শ্ৰীযুতা ৰজনী বালা পাঠক

মাতৃ দেবীৰ

শ্ৰীকৰ-কমলত—




# প্ৰণেতাৰ কথা

স্বাধীন অসমৰ উন্নতিশীল সমাজৰ ভাব ধাৰাৰ সৈতে ৰাজিতা খোৱাকৈ গঠন মূলক অসমীয়া সামাজিক নাটৰ যেনে দৰকাৰ হৈ পৰিছে তেনে অভাবৰ কথাও নাট্যামোদী আৰু পঢ়ুৱৈসমাজে অনুভব নকৰা বুলি আমি নাভাবো। সেই গতিকেই "অগ্ৰগামী"ক ৰাইজৰ ওচৰত ডাঙি ধৰিবলৈ আমাৰ এই প্ৰচেষ্টা। নাটখন অসমীয়া সদাশয় ৰাইজৰ মনোগ্ৰাহী হৈছে নে নাই সেইটো বিচাৰ কৰিব ৰাইজেই। তথাপি ক্ষুদ্ৰ লিখকৰ লিখনীৰে আঁকা "অগ্ৰগামী"য়ে ৰাইজৰ মৰম চেনেহ পাব বুলি আশা কৰিলোঁ। গুৱাহাটী ইউনিভাৰ্চিটিৰ অধ্যাপক শ্ৰীযুত নৰহৰি দাস এম্ এস্ চি আৰু অন্যান্য বন্ধু কেইজনমানৰ উৎসাহ উদগনি পাই নাটখন লিখি উলিয়াও। নীলাম্বৰ নাটৰ সুযোগ্য প্ৰণেতা শ্ৰীযুত প্ৰশন্ন লাল চৌধুৰী বি এ দেৱে নাটখন চাইমেলি কিছুমান ভাব অদল-বদল কৰিবলৈ উপদেশ নিদিয়া হলে ইমান সোনকালে প্ৰকাশ কৰিবলৈ সাহ কৰিব নোৱাৰিলোহেঁতেন। এই মহৎ উপকাৰৰ বাবে আমি তেখেতৰ ওচৰত চিৰঋণী। অসম মিউজিয়ামৰ সহঅধ্যক্ষ শ্ৰীযুত মুৰাৰি চৰণ দাস এম এ আৰু শ্ৰীযুত বিচিত্ৰ নাৰায়ন দত্ত বৰুৱা বি এল্ দেৱে চানেকি কাকত চাই দিছিল। তেখেত সকললৈও শলাগৰ শৰাই আগ বঢ়ালোঁ।

কাকত, ছপাকাৰ্য্য ইত্যাদি ক্ষেত্ৰত শ্ৰীযুত বৈদ্যনাথ শৰ্ম্মা আৰু শ্ৰীযুত কৃষ্ণ কান্ত মহন্তৰ ওচৰতো আমি ধৰুৱা। তদুপৰি নাটখন ছপাখানাত থকা অৱস্থাতে "পলাশবাৰী লিটাৰেৰী ক্লাব" ৰঙ্গমঞ্চত তৃতীয়বাৰ অভিনয় কাৰ্য্যত শ্ৰীযুত অৱলা কান্ত গোস্বামী এম্ এ. বি এল্ বিটি আৰু তেখেঁতৰ কমিটি মেম্বাৰ সকলৰ উৎসাহৰ কথাও আমি নাপাহঁৰো। ১৫।৮।৪৯ ইং তাৰিখে শ্ৰীযুত সিদ্ধেশ্বৰ শৰ্ম্মা আৰু মঃ তালেব আলিৰ উদ্যোগত ৪ৰ্থ বাৰ "অগ্ৰগামী" অভিনয় কৰা হয়। হাতেলিখা অগ্ৰগামীৰ অভিনেতা সকললৈও আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

ইতি—

আমিনগাওঁ
১৩।৮।৪৯ ইং

ৰাইজৰ আশীৰ্ব্বাদ ভিক্ষাৰী
—সৰ্ব্বানন্দ—



# চৰিত্ৰ

## —পুৰুষ—

কিৰণ চৌধুৰী......................বিখ্যাত ব্যৱসায়ী।
বিপুল......................কিৰণৰ মিল মেনেজাৰ। বিলাত ফিৰং।
গোবিন্দ......................কিৰণৰ গোমস্তা।
পানীমল...................ঐ ভৃত্য।
বংশীধৰ কাছাৰীৰ মহৰি।
ৰজত...বংশীৰ পালিত পুত্ৰ।
মহানন্দ...কৃপণ গাঁৱলীয়া।
মিহিৰাম...নগৰীয়া গুণ্ডা।
গুণধৰ......সহকাৰী।
চতুৰ্ভূজ...সহকাৰী।

বন্যা পীড়িত গাঁৱলীয়া, আৰু তেওঁৰ লৰা-ছোৱালীবোৰ দাৰোগা, ফেৰিৱালা, বাটৰুৱা, ডাক্তৰ, সেৱক-দল।

## —তিৰুতা—

বীণা...... ......................কিৰণৰ কন্যা।
মাধুৰী... ...................বংশীৰ স্ত্ৰী।
মইনা...........অপহৃতা যুৱতী!
সখীসকল।

# অগ্রগামী

হাতে লিখা অৱস্থাতে আমিন গাওঁৰ "দি গ্ৰেণ্ড ইনচ্টিটিউট্"
আৰু "পলাশবাৰী লিটাৰেৰী ক্লাব" ইত্যাদি ৰঙ্গমঞ্চত
চাৰিবাৰ অভিনীত হয়।

—ভূমিকালিপি—

কিৰণ···শ্ৰীকৃষ্ণ কান্ত মহন্ত।
গোবিন্দ···শ্ৰীযোতীন্দ্ৰ মোহন শৰ্ম্মা।
বিপুল···শ্ৰীদয়াল দাস, শ্ৰীপিযুষ ভৌমিক।
পানীমল···মঃ আবুকালাম
বংশী...শ্ৰীমহেশ্বৰ নাথ, শ্ৰীগান্ধী শৰ্ম্মা
ৰজত···শ্ৰীসৰ্ব্বানন্দ পাঠক
মহানন্দ···শ্ৰীদ্বিজেন্দ্ৰ ডেকা, শ্ৰীসুৰেণ দাস
মিহিৰাম...শ্ৰীশৰৎ দে
চতুৰ্ভূজ...শ্ৰীহৰমোহন তালুকদাৰ। শ্ৰীনৰেণ দাস
গুণধৰ···শ্ৰীখগেন্দ্ৰ শৰ্ম্মা। শ্ৰীবাছি ৰাম কলিতা
বন্যাপীড়িত...মঃ চমিৰুদ্দিন আহমদ্
ভদীয়া···শ্ৰীদেবেন দাস
ডাক্তাৰ···শ্ৰীভবেন দাস
দাৰোগা···শ্ৰীসদানন্দ তালুকদাৰ
ফেৰিৱালা···শ্ৰীপতিশীল
বাটৰুৱা...মিঃ জন্ ডেভিদ্
বীণা···শ্ৰীহৰেন্দ্ৰ পাটগিৰী। শ্ৰীনন্দি দাস
মাধুৰী···শ্ৰীদয়ানন্দ শৰ্ম্মা
মইনা···শ্ৰীবীৰেন্দ্ৰ কাকতি, শ্ৰীভূবন দাস




# অগ্ৰগামী

## প্ৰথম অঙ্ক

### প্ৰথম দৰ্শন

—সভামণ্ডপ। সময়—আবেলি—

[ সভাস্থলত বহুত গাৱলীয়া মানুহ জাতীয় পতাকাৰ তলত গোট খাইছে। যথা স্থানত সভাপতি আৰু অন্যান্য গাৱলীয়া শিক্ষিত ডেকা কেইজনমান। জাপি ছাতি, লাঠি, ইত্যাদি লৈ দুফালৰ পৰা আকৌ কিছুমান বুঢ়া, ডেকা, মাইকী সোমাই আহি যথা স্থানত বহে ]

[ সভাপতি, ৰজত আৰু গাঁৱলীয়া ৰাইজ ]

সভাপতি—তাৰ পিচত শ্ৰীৰজত হাজৰিকাৰ বক্তৃতা আপোনালোকে শুনক।

ৰজত—উপস্থিত ৰাইজ,

ভাৰতৰ সৰহভাগ মানুহেই হৈছে কৃষিজীবি।

কৃষকেই জাতিক জীয়াই ৰাখিছে। কিন্তু অতি শোক লগা কথা যে মাতৃৰ বৰ পুত্ৰ এই কৃষক সমাজ আজি দৰিদ্ৰ ব্যাধিযুক্ত, অৱহেলিত, পদদলিত। যি খেতিয়কে জাতিক জীয়াই ৰাখিছে সেই খেতিয়কৰ সৰহ ভাগেই আজি নিৰক্ষৰ, নিৰ্য্যাতিত, শোষিত। কয় ? ইয়াৰ প্ৰধান কাৰণ হৈছে গাওঁবোৰত শিক্ষাৰ অভাৱ—প্ৰকৃত পথ প্ৰদৰ্শকৰ অভাৱ উপযুক্ত চিকিৎসাৰ অভাৱ, উন্নতিকামীৰ অভাৱ ইত্যাদি। কিন্তু আজি এই গণস্বাধীনতাৰ দিনত আমি এইদৰে বহি থাকিলে নহব। গাৱঁলীয়াৰ দুঃখ মোচন কৰি দেশ উন্নত কৰিবলৈ হলে আমি আদৰ্শগাওঁ গঢ়িব লাগিব। নিৰক্ষৰতা দুৰ কৰি শিক্ষাৰ পোহৰলৈ আহিব লাগিব। নিপীড়ণ বন্ধ কৰি সোণৰ দেশ গঢ়িব লাগিব।

গতিকে হে মোৰ গাৱলীয়া ভাই ভনী সকল আপোনাসকলে আজিৰ পৰা হিংসা, দ্বেষ কপটতা, মলিনতা অস্পৃশ্যতাৰ মূৰত বজ্ৰহানি মহামানৱ মহাত্মাৰ জ্যোতি পথত অগ্ৰগামী হওক। আমি স্বাধীন। আমি হব লাগিব দেশৰ গৌৰব জাতিৰ আদৰ্শ, মাতৃৰ উপযুক্ত সন্তান। আহা আহা মোৰ ভাই সকল আমি নতুন মন, নতুন প্ৰাণ, নতুন উৎসাহ উদ্যম লৈ গাওঁ সংগঠনৰ পথত আগবাঢ়োহঁক।



[ বক্তৃতা শেষ হোৱাৰ লগে লগে ৰাইজে হাত তালি দিয়ে ]

[স]ভাপতি—তাৰ পিচত সামৰণি গীত।

( এজনে লগাই দিয়ে আৰু সকলোৱে গায় )

## জাতীয় সঙ্গীত

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুনি দেশ—
এনেখন শুৱলা এনে খন সুফলা এনে খন মৰমৰ দেশ
অ' মোৰ ওপজা ঠাই—
অ' মোৰ অসমী আই
চাই লওঁ এবাৰ মুখনী তোমাৰ হেপাহ মোৰ পলোৱা নাই
অ মোৰ সুৰীয়া মাত—
অসমৰ সুৱদি মাত
পৃথিবীৰ কতো বিচাৰি জনমটো নোপোৱা কৰিলেও পাত
অ' মোৰ আপোনাৰ.........



# প্ৰথম অঙ্ক

## দ্বিতীয় দৰ্শন

**—বংশীধৰ শইকীয়াৰ ঘৰ ।**

[ বংশীধৰ, মাধুৰী, মহানন্দ, ৰঞ্জিত ]

[ বংশীধৰ শইকীয়াই এটি চাকিৰ পোহৰত সুৰ লগাই ডাঙৰ ডাঙৰকৈ নামঘোষা পঢ়ে । মাজে মাজে দুই এটা শব্দ বানান কৰি পঢ়ে । তেওঁৰ ঘৈণী মাধুৰীয়ে ওচৰতে বহি বেজীৰে ফটা কাপোৰ চিলাই কৰি থাকে ]

### ছবি ।

**ভজন ।**

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো,
ৰসময়ী মাগোহো ভকতি ।
সমস্ত মস্তকমণি নিজ ভকতৰ বশ্য,
ভজো হেন দেব যদুপতি । ১
যাৰ ৰাম কৃষ্ণ নাম নাৰে ভবসিন্ধু তৰি,
পাৰে পৰম্পদ পাপী যত ।
সদানন্দ সনাতন হেনয় কৃষ্ণক সদা
উপাসা কৰোহো হৃদয়ত ॥ ২

[ হঠাতে আধা পঢ়াকৈ এৰি ]



বংশী— কতা সি এতিয়ালৈকে উলটি আহিব নালাগেনে ? ভাত নাই পানী নাই টলৌ টলৌকৈ মেল মিটিং কৰি ফুৰিলেই পেট ভৰিবনে ? তাৰ মাক বাপেকে তাক পানী কেচুৱাতে এৰি থৈ স্বৰ্গধামলৈ গ'ল । ৰাইজে আনি সোধাই দিলে আমাক ।
তেতিয়াৰে পৰা নিজৰ লৰাৰ দৰে তুলি তালি তাক মানুহ কৰিলো । আৰু সি এতিয়া আমাক এই-দৰে ধন ঘটি খুৱাব ধৰিছে । নিজৰ লৰা নহলে সকলো মিছা ।

মাধুৰী— দিনৌ পুৱাতে ওলাই যায় আৰু ঘৰলৈ ফিৰিবৰ নাম নাই । তাক কিহে পাইছে কিহে ছুইছে কব নোৱাৰো ।

বংশী— [ খং কৰি ] আজি আহক নহয়—ত্ৰিভূবন দেখুৱাম বাপেকে । মেল মিটিংৰ ভূত জাৰিম আজি । তইহে সকলো সৰ্ব্বনাশৰ মূল ।

মাধুৰী— মইহে সকলো সৰ্ব্বনাশৰ মূল ? সচাই মিচাই খোঁচমাৰি কাজিয়াখন নেপাতিবচোন ।

বংশী— দে, দে হৈছে এতিয়া । অ' কত এৰিলো ? অ' অ'

[ আকৌ নামঘোষা পঢ়ে ]

---

## নমস্কাৰ ।

মৎস্য কুৰ্ম্ম নৰসিংহ    বামন পৰশুৰাম,
হলিৰাম বৰাহ শ্ৰীৰাম ।
বুদ্ধ কল্কী নামে দশ,    আকৃতি ধৰিছা প্ৰভু
তযু পাৱে কৰোহো প্ৰণাম ॥ ৩
একান্ত ভকত সবে,    নিৰ্গুণ কৃষ্ণৰ গুণ,
গাৱে সদা বসিয়া যথাত ।
বৈকুণ্ঠকো পৰিহৰি,    যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত ॥ ৪

[ এনেতে হাতত মহাজনী লাল বহী লৈ মহানন্দ মহাজনে নেপথ্যৰ পৰা ৰিঙিয়াই মাতে ]

মহানন্দ—বংশীধৰ আছানে ? অ' বংশীধৰ ! বংশীধৰ—

বংশী—সেইয়া আহিলেই নহয় ধন কুবেৰটো। এওঁতো কম গোসাই নহয়। টকা আদায় কৰাত কাবুলিৰো বোপা ককা । হেৰৌ ! লাহেকৈ ঘৰত নাই বুলি ক— কিজানি আজিলৈ ৰক্ষা পৰোয়েই । নহলে ত্ৰাহি মধুসূদন দেখুৱাব নহয় ।

মহানন্দ—বোলো বংশীধৰ আছানে ? এতিয়াই নামঘোষাৰ অমৃত ৰস শ্ৰৱণ কৰিলো- আৰু এতিয়াই সকলো চুপ্ চাপ্ । অ'—বংশীধৰ ।

মাধুৰী—আপোনাৰ মাত শুনিলে হবলা ।



বংশী--আজি আকৌ মাৰীচৰ কি মায়া ধৰি আহিছে কোনে জানে ? মাধুৰী ! তই ভিতৰলৈ যা ।

মাধুৰী—ভাল ।    [ মাধুৰীৰ প্ৰস্থান ]

বংশী—[ ৰিঙিয়াই মাতি দুৱাৰ খুলি দিয়ে ] আমাৰ মহাজন ডাঙৰীয়া আহিছেনেকি ? আহক, আহক ।

[ মহানন্দৰ প্ৰবেশ ]

মহানন্দ—কিহে বংশী ! মাতিলেও মাত এষাৰ নিদিয়া কিয়হে ?

বংশী—বহক, বহক, এ নকব দেউ, আজি কিছুমান দিনৰ পৰা মোৰ কাণৰ বেমাৰটো বেচি হৈছে। অৰ্থৰ অভাবত ঔষধৰ ব্যবস্থাও একো কৰিব পৰা নাই । আপুনিতো জানেই আজি কালি কাঁছাৰিৰ মহৰিগিৰী কৰি খোৱাটো কেনে সুকঠিন হৈ পৰিছে। মানুহবোৰৰ চকু ফুকাল । সিহঁতে আজিকালি উকিলকে সহজতে পইচা দিব নোখোজে, আৰু আমাৰ দৰে প্ৰাণীৰ কি মোল বুজিব । ভিতৰৰ গাওঁৰ ফালৰ দুই এটা গো গোবৰ্দ্ধন মকেল পালেহে সাত ঘণ্টা লেকচাৰ জাৰি কৰি দুই এটকা আদায় কৰোঁ। বৰ বেয়া দিন আহিল মহাজন ডাঙৰীয়া—বৰ বেয়া দিন আহিল ।

মহানন্দ—মোৰো বেপাৰ বণিজ প্ৰায় বন্ধ হোৱাৰ নিচিনাই হৈছে। ইফালে কন্‌ট্ৰোল—সিফালে কন্‌ট্ৰোল, পূবে কন্‌ট্ৰোল—পশ্চিমে কন্‌ট্ৰোল—মাথো কন্‌ট্ৰোল, কন্‌ট্ৰোল।

কলা বজাৰ চোৰ চামাৰি কৰিছে যি দুটা পইচা পাওঁ। নহলে আৰু নাই।

[কথাৰ মাজে মাজে বংশীয়ে হয় হয় বুলি মহানন্দক সমৰ্থন কৰে]

মহানন্দ—[লাহেকৈ বহি খুলিলৈ] পিচে মোৰ টকা পাঁচশৰ কি ব্যৱস্থা কৰিলা? বেচি দিন ৰাখিলে তোমাৰহে লোকচান। সুতে মূলেতো বোধহয় আঠশমান হৈছেগৈ। মই আৰু অপেক্ষা কৰিব নোৱাৰো। ভাবি চোৱা বংশী। মই তোমাক কেনে বিপদত সহায় কৰিছিলো। তোমাৰ লৰাই টকাৰ অভাৱত কলেজত পঢ়িব নোৱাৰিলেহেতেন। সেই দুৰ্ঘোৰ বিপদত মই তোমাক সহায় কৰিছিলো। গতিকে আজি হয় টকা দিয়া নহলে কিবা এটা সুব্যৱস্থা কৰা।

বংশী—আপোনাৰ উপকাৰ মই জীৱনত নাপাহঁৰো। ৰজতে বি-এ পাছ কৰিলে যেতিয়া অলপ দিনৰ ভিতৰতে চাকৰি পোৱাৰ সম্ভাৱনা। সি চাকৰি পালে কিস্তিবন্দী কৰি টকা দি থাকিম।

মহানন্দ—হাঃ হাঃ হাঃ। গছত কঠাল ওঁঠত তেল। ৰজতে চাকৰি পাব আৰু তুমি মোক টকা দিবা। সি মেল দৰবাৰত যেনেকৈ গা এৰি দিছে কেতিয়াবা জেললৈ নগলেও ৰক্ষা। আজি হয় টকা দিয়া নহলে অইন কিবা এটি বন্দবস্ত কৰা। আজিয়েই।



বংশী—আজি দেখিছো আপুনি ৰঙা ঘোঁৰাত উঠি আহিছে। নহলে মই দিওঁ ক'ৰ পৰা?

মহানন্দ—[খং কৰি] নহলে মানে? নহলে মানে কি?

বংশী— মানে আৰু কি হব। আজি দিওঁ কৰ পৰা?

মহানন্দ—আজি দিওঁ কৰ পৰা মানে? টকা নাই ঘৰ মাটি বন্ধক দিয়া। তোমাৰ ঘৈণীৰ গলৰ সোণ চান্দি যি আছে—তাকে দিয়া।

বংশী— [খং কৰি] কি? ইমানেই তোৰ ধনৰ অহঙ্কাৰ? ইমান ঠোঙ্গোনা-মোঙ্গোনা কথা? হেজাৰ হেজাৰ টকা ধাৰ কৰিও মানুহে গেপ্ গেপ্ কৰে বহি আছে। তোৰ সামান্য পাঁচ শ টকাতেই মই মোৰ তিৰোতাৰ হাতৰ কাণৰ উদং কৰিম? ভালে ভালে গুচি যা মোৰ ঘৰৰ পৰা।

মহানন্দ—কি? মোক কুকুৰী পিটা কৰিলি? তোৰ ঘৰলৈ মই ভিক্ষা কৰিবলৈ অহা নাই। মোৰ ন্যায্য টকা তই নাকেখত খাই হলেও শোধ কৰিব লাগিব। মোক তই কি বুলি ভাবিছ? তোক মই তোৰ তিৰোতাৰে সৈতে জেলত থব পাৰো।

বংশী— সাৱধানে কথা কবি। মোৰ নাম বংশীধৰ শইকীয়া। মোৰ ঘৰলৈ আহি মোকে অপমান কৰা মজা পাবি এতিয়াই। দুপইচাৰ মানুহ নাছিলি তই। তোৰ মুখত ওফাইডাং কথা—

মহানন্দ—ইমান অপমান ! মই যদি মহানন্দ মাহাজন হওঁ তেনেহলে তোক মই জেলত থৈহে এৰিম । যাওঁ কালি পুৱাতেই কাছাৰিত দলীলখন দাখিল কৰোগৈ। এইবাৰ হয় তোৰ মাটিঘৰ, নহয় জেল্—জেল্ জেল্ । [প্ৰস্থান]

বংশী— যা ! যা ! তই ওফোন্দাই গঙ্গাটোপটোৱে মোক জেল দেখুৱাবলৈ আহিছ । মোৰ চক্ৰান্তৰ মেৰপাকত পৰি কিমান জনে জেল খাটিলে তাৰ লেখ নাই ।

[মাধুৰীৰ পুনঃ প্ৰবেশ]

মাধুৰী— মোৰ হলে বৰ অসহ্য হৈ উঠিছে । ইমান অপমান নিন্দা আৰু গালি শপনি মই সহ্য কৰিব নোৱাৰো । ইমান অপমান সহ্য কৰাতকৈ মোৰ গহনা-গাঁঠৰি যি আছে তাকে বিক্ৰী কৰি টকা শোধাই দি আহক । দিন ভাল হলে আকৌ কেতিয়াবা ঈশ্বৰে দিব । এয়া লওক ।

[কণ্ঠহাৰ সোলোকাই বংশীক দিব খোজে আৰু উচুপি উচুপি কান্দে]

বংশী— কি কৰিম ! মোৰ মৰণেই মঙ্গল আছিল । এইবোৰ ভাবিয়েই ৰজতক কলেজত পঢ়ুৱাবলৈ মোৰ মত নাছিল । তইহে এইবোৰ কেলেঙ্কাৰীৰ মূল । তোকনো দুষিম কি ? মোৰেই কপাল মন্দ । লোকৰ লৰাই বি,এ এম,এ পঢ়ি হাকিম উকিল হৈ বাপেক মাকক লাহ বিলাহত ৰাখিছে । আমাৰ লৰাই বি,এ পাছ কৰি বুঢ়া মহায়েকৰ তেজ পানী কৰা খাটনিৰ পইচাৰে ভাত খাইছে । বাৰু । মই নমৰো মানে তোৰ মণি মাতুলি কোনে নিব পাৰে ? এয়া পিন্ধি ল ।



[বংশীয়ে মাধুৰীক কণ্ঠহাৰ পিন্ধাই দিয়ে । এনেতে বেগেৰে ৰজতৰ প্ৰবেশ । ঘৰ সোমাই পাঞ্জাবীটো সোলোকাই থয় । বংশী আৰু মাধুৰীয়ে একেথৰে ৰজতৰ ফালে খং মনেৰে চাই থাকে ।

ৰজত— মাহীদেউ ! বৰ ভোক লাগিছে । কি আছে অলপ খাবলৈ দিয়ক, কৃষকসভাৰ কামত ঘূৰোতেই ৰাতি হল।

মাধুৰী— কৃষক সভাৰ কামত পকাই ফুৰিলেই ভাল আছিল । সেই পুৱাতে ওলাই গৈ এই ৰাতি সময়ত মুখ দেখুৱাৰ কি দৰকাৰ ? ঘৰখনত কি আছে, কি নাই, কি লাগে কি নালাগে তাৰ চিন্তা তোৰ নাই ।

বংশী— কেৱল মেল মিটিং—লেক্‌চাৰ—লেক্‌চাৰ—লেক্‌চাৰ ।

ৰজত— মহাদেউ ! আপুনি খং কৰিছে নেকি ? অৱশ্যে আজি বৰ পলম হ'ল । বাৰু আজিৰ পৰা সোনকালে সোনকালে উলটি আহিম ।

বংশী—আমি আৰু বি-এ পাছ লৰা দেখা নাই । মানুহৰ লৰাই উচ্চশিক্ষা লাভ কৰি ঠেঙা, টুপী, জোতা পিন্ধি

ফিট্‌ফাট্ চাহাবহৈ—ৰজাৰ চাউল খাই—কেনে আনন্দেৰে মাকে বাপেকক ভৰণ পোষণ কৰিছে। আৰু তই শিক্ষিত হৈ টলৌ-টলৌ কৈ ভিকহু মগনিয়াৰ দৰে ঘূৰি ফুৰ। সেই ক, খ নজনা অশিক্ষিত খেতিয়ক কেইটা হৈছে তোৰ নলে গলে লগা বন্ধু। এয়ে তোৰ শিক্ষা ?

মাধুৰী—ভালৰ ভাল সৰ্ব্বতি কাল বেয়াৰ ভাল কতো নাই। সেই কালৰে পৰা এই কাললৈকে সুখৰ মুখ দেখা নাপালো। আমাৰেই ভাগ্য নাই। লৰাক দোষ দিলে হব কি ?

[স্বগতঃ] চেঁচা পৰি যোৱা ভাত কেইটাকে আনি দিওঁ। [প্ৰস্থান]

ৰজত—মহাদেউ! আপুনি খং নকৰিব। মইতো কোনো গৰ্হিত কাম কৰা নাই। অন্ধক চক্ষু দান দিয়া জ্ঞানীৰ কাম। নিৰক্ষৰক বিদ্যা দান কৰা জ্ঞানীৰ কৰ্ত্তব্য। সমাজ গঠন কৰা জ্ঞানীৰ কৰ্ত্তব্য। আমাৰ হোজা গাৱঁলীয়া কৃষক সমাজ আজি অজ্ঞান অন্ধকাৰত ডুব গৈ আছে। সিহঁতক জ্ঞানৰ পোহৰলৈ আনিব লাগিব। সিহঁতক স্বাধীনতাৰ মহান মৰ্ম্ম বুজাব লাগিব। নানা আৱৰ্জ্জনা আৰু অৱহেলাৰে আবৃত আমাৰ এই গাওঁখন। এই গাওঁ আমি আদৰ্শ গাওঁ কৰি গঢ়িব লাগিব।—নহলে শিক্ষাৰ মূল্য কত ? কৃষক সমাজ আজি অৰ্দ্ধাহাৰী, অৰ্দ্ধনগ্ন, অশিক্ষিত,



আবৰ্জনাবৃত। সিহঁতৰ উপযুক্ত খোৱা পিন্ধাৰ ব্যৱস্থা কৰিব লাগিব মহাদেউ।

বংশী—[ ভেঙুচালি কৰি ] ইস্। সিহঁতৰ উপযুক্ত খোৱা পিন্ধাৰ ব্যবস্থা কৰিব লাগিব। তোৰ খোৱা পিন্ধাৰ ব্যবস্থা কৰে কোনে ? এই ভাটি বয়সত—এনে জুই ছাই বজাৰত সামান্য এটা মহৰিগিৰীৰে মই তইতক খুৱাওঁ কেনেকৈ ? তই এতিয়া উপযুক্ত হৈছ। এতিয়া তোক মই খুৱাব লাগে—নে তই মোক খুৱাব লাগে। আজিলৈ এটি দিয়াচলাইৰ কাঠীৰ মানুহ নহলি তই। ধিক্ তোৰ শিক্ষা। তোৰ লগৰে সেই মহেশ্বৰক চাগৈ। দুইশ টকাৰ চাকৰি কৰি মহানন্দে দিন কটাব ধৰিছে। একেলগে বি-এ পাছ কৰিছ।

ৰজত—চাকৰি কৰাৰ কাৰণেই উচ্চ শিক্ষা লাভ কৰা উদ্দেশ্য ঘৃণণীয়। তেনেকুৱা মানুহ স্বাধীন সমাজত আদৃত হোৱা অনুচিত। শিক্ষা লাভ কৰি যদি মোৰ জন্ম-ভূমি অন্ধকাৰ গাওঁখনকে উন্নত কৰিবলৈ যত্ন নকৰোঁ তেন্তে ধিক মোৰ শিক্ষা—ধিক মোৰ জীৱন। এনেকুৱা শিক্ষাৰ আমূল পৰিবৰ্ত্তন হোৱা উচিত মহাদেউ !

বংশী—সেইবোৰ বুজিলো। কিন্তু নিজৰ পেটৰ ব্যৱস্থাৰ পিনে কি— ?

ৰজত—অসমত কোনো মানুহেই আজিলৈ খোৱাৰ অভাৱত জীৱন-ত্যাগ কৰা নাই আৰু নকৰেও। ভগবানে খুৱাব।

বংশী—ইমান দিনে ভগবানেই তোক খুৱাই আছে। মিছাতেহে বংশী শইকীয়াই টানি আজুৰি মৰিব ধৰিছে।

ৰজত—আপোনাকো ভগবানেই দিছে।

বংশী—মোৰ মগজুত জুই নজ্বলাবি। কথা বেয়া হব। সেই ধনকুবেৰ মহানন্দৰ ভৰিত পৰি টকা আনি তোক কলেজত পঢ়ুৱাইছিলোঁ। আজি সেই টকাৰ কাৰণেই নিজৰ তিৰোতাৰ হাতৰ কাণৰ বন্ধক দিব লগীয়াত পৰিছোঁ। মাটিঘৰ বন্ধক দিব লগীয়াত পৰিছোঁ। সেই টকাবোৰ মোক এতিয়াই দে। এতিয়াই দে। লাজ নালাগে তোৰ? মুৰ্খ।

[এনেতে মাধুৰীয়ে কাহীঁত ভাত লৈ পুনঃ প্ৰবেশ]

মাধুৰী—যি হৈছে—হৈছে। এতিয়া বলকি থাকিলে কি হব? শল্যপৰ্ব্বখন এতিয়া এৰকচোন। দিনৰ দিনতো সি একো খোৱা নাই। মুখখন শুকাই গৈছে। খা ৰজত ভাত খা এতিয়া।

ৰজত—মহাদেউ! মোক ক্ষমা কৰক। এই মুহূৰ্ত্তে মই টকাৰ সন্ধানত বাহিৰ হলো। মোক আশীৰ্ব্বাদ কৰক। [আকৌ চোলা পিন্ধে]

মাধুৰী— আকৌ কলৈ যা ৰজত। ভাত খাই যা

ৰজত— মোৰ ভোক নাই মাহীদেউ [প্ৰস্থান]

মাধুৰী— ৰজত! ৰজত! [ৰজতৰ পিচে পিচে প্ৰস্থান]

দৃশ্যপট

# তৃতীয় দৰ্শন

## —নগৰৰ আলিবাট—

[ৰজত, ফেৰিৱালা, মহানন্দ, মিহিৰাম, চতুৰ্ভুজ, গুণধৰ]

[ৰজতে বিষন্নমনেৰে কেইবাটাও অফিচৰ আগেৰে গৈ কৰ্ম্মখালি লক্ষ্য কৰে। কিন্তু সকলোতে "No Vacancy" আৰু "খালি নাই লিখা থাকে। সেইবোৰ দেখি সি মাজে মাজে কৰুণ দৃষ্টিৰে চাই হুমুনিয়াহ কাঢ়ে]

ৰজত— সকলোতে লিখা আছে "পদখালি নাই"। কি বিপদ। সকলোবোৰ অফিচতেই লালবাতি জ্বলিল নেকি? নে দুনিয়াৰ মানুহবোৰ মৰি খান্তাং হল। এতিয়া উপায়?

[এনেতে হাতত বহুত খবৰৰ কাকত লৈ এজন ফেৰিৱালাৰ প্ৰবেশ]

ফেৰিৱালা—[সুৰ লগাই ৰিঙিয়াই]
আসাম ট্ৰিবুণ, জনতা, আৱাহন, নতুন অসমীয়া ডেকা অসম, আনন্দবাজাৰ—

ৰজত— হেৰৌ ফেৰিৱালা, এখন আসাম ট্ৰিবুন দেচোন।

ফেৰিৱালা—এয়া লওক বাবু।

[ ৰজতে কাকত লৈ ফেৰিৱালাক তেওঁৰ পৰা দুই অনা পইচা দিয়ে। আগৰ দৰে ৰিঙ্গিয়াই ৰিঙ্গিয়াই ফেৰিৱালাৰ প্ৰস্থান ]

ৰজত— চাওঁচোন কোনো কৰ্ম্মখালি আছেনে।

[ অলপ সময় মনে মনে পঢ়ি হতাশ হয় ]

নাই—কোনো কাম খালি নাই। এতিয়া কি কৰোঁ। হায় দৰিদ্ৰতাৰ কি মহাশক্তি। মোৰ জীৱনৰ এক-মাত্ৰ লক্ষ্য হৈছে স্বাধীন গ্ৰাম্য সমাজ গঢ়ি তোলা। কিন্তু দৰিদ্ৰতাই সেই সকলোবোৰ মহৎ উদ্দেশ্য ভ্ৰষ্ট কৰি দিছে।

[ হাতত দলীল লৈ বেগেৰে মহানন্দৰ প্ৰবেশ ]

মহানন্দ—কিহে ৰজত। বাটে পথেও খবৰৰ কাকত আৰু লেকচাৰ জাৰি আৰম্ভ কৰিলা নেকি? এই ৰাজ আলিত এতিয়া মটৰৰ চেপা নাখালেও ভাল।

ৰজত— অ' আপুনি, কলৈ ওলালনো।

মহানন্দ—কলৈনো যাম—অকৃতজ্ঞতাৰ প্ৰতিদান দিবলৈ।

ৰজত— তাৰ অৰ্থ।

মহানন্দ—অৰ্থ আৰু হব কি? তোমাৰ মহাদেউৱে মোক তেওঁৰ ঘৰতেই যি অপমান কৰিলে—তাক আৰু কি বৰ্ণাম।

ৰজত— কেনে? কি হল?

মহানন্দ—মোৰ টকাৰে তুমি লিখা পঢ়া শিকিলা! কিন্তু ফিৰাই দিয়াৰতো নাম নাইয়েই—সাধিবলৈ গলেও



অপৰাধ—গতিকে আজি চৰকাৰৰ সহায় লম বুলি ওলাই আহিলো।

ৰজত— ডাঙৰীয়া! আপুনি আমাক বিপদত সহায় কৰিছে! আপোনাৰ ওচৰত আমি চিৰঋণী। আপোনাৰ প্ৰাপ্য ভগবানে দয়া কৰিলে শোধ নকৰাকৈ নাথাকো। আৰু অলপ দিন অপেক্ষা কৰক।

মহানন্দ—আৰু অলপ দিন অপেক্ষা কৰিলে তুমি কৰ পৰা দিবা? অ' তোমাৰ পৰিণয়ৰ সময়ত তোমাৰ শহুৰে পণ কৰা টকা আনি দিবা নেকি?

ৰজত— ছিঃ ছিঃ ছিঃ। মই তেনেকুৱা নীচ মনোবৃত্তিৰ নহয় ডাঙৰীয়া।

মহানন্দ—কিছুমান শিক্ষিত ডেকাই তেনে ব্যৱস্থাকে অবলম্বন কৰে দেখোঁ।

ৰজত— তেনেকুৱা মানুহক শিক্ষিত নোবোলে—বোলে ক্ষমতাহীন, কাপুৰুষ, পৰমুখাপেক্ষী। বাৰু সেইবোৰ যাওক, আপুনি আৰু অলপ দিন বাট চাওক। মই চাকৰিৰ বাবে চেষ্টা কৰিছো আপোনাক কাবৌ কৰিছো আৰু দুদিনমান অপেক্ষা কৰক।

মহানন্দ—কিন্তু ইপিনে সুত যে—

ৰজত— দিবই লাগিব।

মহানন্দ—বাৰু তেনেহলে। তোমাৰ কথাকে মানিলো। কিন্তু

মই হলে যেচি দিন অপেক্ষা কৰিব নোৱাৰো।

[ প্ৰস্থান ]

ৰজত— আমাৰ ধনী সমাজে দুখীয়াৰ দুখ বুজিবলৈ এতিয়াও শিকিব পৰা নাই। গৰিবক কন্দোৱাটোৱে যেন তেওঁলোকৰ মহতালি,
এওঁ যে কিমানৰ মাটিবাৰী এইদৰে কাঢ়ি নিলে। কিন্তু ইয়াৰ প্ৰতিকাৰৰ ব্যৱস্থা কি কৰোঁ।

[ চিন্তান্বিত হয় আৰু খবৰৰ কাকত পঢ়ে। এনেতে ডকাইত তিনিজনৰ প্ৰবেশ ]

মিহি— চুপ্ চুপ্। এটা ভাল চিকাৰ পালো। মই তাৰ সৈতে গল্প আৰম্ভ কৰিম ইতি মধ্যে তহতে জেপ কাটিবি।

চতুভূজ, গুণধৰ—বাৰু! আমি সাজু আছো!

মিহি— [ আগুৱাই গৈ ] অ হেৰি! আপুনি কৰ মানুহ ডাঙৰীয়া?

ৰজত— মই হৰিপুৰৰ গাওঁৰ। কিয়?

মিহি— পিচে এটি কথা-[চিগাৰেট উলিয়াই] চিগাৰেট খাওঁক।

ৰজত— মই সেইবোৰ নাখাও। পিচে আপোনাক দেখোঁ চিনি নাপালো।

মিহি— অ' আপুনি চিগাৰেট নাখায়। বৰ ভাল—বৰ ভাল কথা। [ নিজে খায় ] পিচে আমিহে এই কুঅভ্যাস



টো এৰিব নোৱাৰিলো। আপুনি নাখায় ভালেই। এইবোৰত অনৰ্থক পইচা নষ্ট। কিন্তু কি কৰিম মোৰ হলে পুৱাই উঠি এটি চিগাৰেট নুহুপিলে শৌচেই নহয়। অ'—পিচে আপুনি এতিয়া কলৈ যায়?

ৰজত— কলৈনো যাম। এটি চাকৰিৰ অনুসন্ধানত ওলাইছো।

মিহি— অ'—বৰ ভাল কথা। পিচে পোৱাৰ আশা হৈছেনে?

ৰজত— এতিয়ালৈ কতো একো ঠিক কৰিব পৰা নাই।

[ ইতিমধ্যে চতুৰ্ভুজ আৰু গুণধৰে ৰজতৰ জেপ এখন কেচিৰে কাটে ]

মিহি— চাকৰি নিশ্চয় পাব। ভাল—আহিলো এতিয়া। আজি বৰ সুন্দৰ কথা ছবি আছে। তাকে চাবলৈ আহিছো। এসাজ লঘোনে থাকিব পাৰো কিন্তু ছায়া ছবি নোচোৱাকৈ ৰব নোৱাৰো। ভাল। থাকিব দেই।

ৰজত— ভাল। [ গুন্দাসকলৰ প্ৰস্থান ]

ৰজত— এসাজ লঘোনে থাকিও ছায়াছবি চোঁৱা অভ্যাস! চমৎকাৰ! এই চিগাৰেট আৰু ছায়াছবিয়ে যে দিনো কিমান হেজাৰ হেজাৰ টকা লুটি নিব ধৰিছে সেইটো জানো ইহতে এবাৰ ভাবি চাইছে?

[প্ৰস্থানোদ্যম হৈ ৰজতে জেপত খবৰৰ কাকত থবলৈ গৈ আচৰিত হয়]

ৰজত— হায় হায়। জেপত আঠ অনা পইচা আছিল। ইহঁতেই বোধ হয় জেপ কাটি নিলে। বাস্তবতে দুখীয়াৰ দুখ খোজে প্ৰতি এই বোৰলৈ চাই আমাৰ গাওঁ বিলাক অতি পবিত্ৰ। নগৰ চল চক্ৰান্তেৰে ভৰপুৰ বাৰু নিয়ক। কপালখনটো কাঢ়ি নিব নোৱাৰে।

[প্ৰস্থান]

—দৃশ্যপট—






# চতুৰ্থ দৰ্শন

—কিৰণ চৌধুৰীৰ বৈঠক খানা।—

[ কিৰণ, গোবিন্দ,, বীণা, পানীমল, ৰজত ]

কুঠৰীটো আধুনিক ধৰণেৰে সজোৱা আছে। কিৰণ চৌধুৰীয়ে দীঘল নলিচাৰ হুকাত ধপাত টানি থাকে। পানীমলে ধপাত সজাই দিয়া, চাহ দিয়া ইত্যাদি কামত ব্যস্ত থাকে। গোবিন্দই ওচৰতে বহি চাউলৰ হিচাপ লিখি থাকে।

কিৰণ— তেনেহলে সৰ্ব্বমুঠ চাউল মজুত হ'ল দহ হাজাৰ মোণ। মাৰোৱাৰীয়ে পচিশ টকাকৈ কিনিবলৈ কালিও আহিছিল। গোবিন্দ! গড়পৰ্তা কিমানকৈ আমাৰ খৰিদ আছে?

গোবিন্দ— আমাৰ গড়পৰ্তা খৰিদ আছে পোন্ধৰ টকা চাৰি অনা। অৰ্থাৎ এতিয়া সকলোবোৰ চাউল এৰি দিলে, লাভ হয় এক লক্ষ দুই হাজাৰ পাঁচ শ।

[ বহিত লিখি বাহিৰ কৰে ]

কিৰণ— তেনেহলে লাভতো নিচেই কম নহয়? এতিয়া কি কি কৰা যায়? মোৰ মনৰে হলে দাম আকৌ বাঢ়িব যেনহে লাগিছে, কাৰণ এই বছৰত খেতি

সিমান সুবিধা নহল। আৰু আকাল ক্ৰমাত বাঢ়িহে আহিছে।

গোবিন্দ— মই ভাবো—চাউলৰ দাম মোনে তুকুৰি নাহোৱাকৈ যায় কলৈ? দেখিছেই নহয়, এইবাৰৰ দৰে বৰষুণৰ পানীৰ নিচিনাকৈ কোনো বছৰেতেই তুব্ তুব্ কৰে দাম বৃদ্ধি হোৱা নাছিল। পোন্ধৰ টকাৰ পৰা একে জাপে ওঠৰ টকা। তাৰ দুদিন পিচতেই কুৰি টকা। তাৰ পিচতেই তেইশ টকা আঠ অনা। তাৰ পিচতেই এতিয়া পঁচিশ টকা পাইছেহি। থাৰ্মোমিটাৰত সান্নিপাত জ্বৰৰ উত্তাপ উঠাৰ দৰে উঠিছে আঠান্নবৈৰৰ পৰা একশ পাঁচ ডিগ্ৰীলৈকে।

কিৰণ—তেনেহলে আৰু দুদিনমান খাপ লৈ থকাই মোৰ বিবেচনা মতে যুক্তি যুক্ত বুলি ভাবোঁ।

[উণ সূতাৰ চোলা বোৱাই বোৱাই বীণাৰ প্ৰবেশ]

বীণা—দেউতা! সিদিনা মই যে কৈছিলো।

কিৰণ—কি আইটী?

বীণা—মই গান শিকিম বুলি যে কৈছিলো।

কিৰণ—অ' মই পাহৰিছিলো গান শিকিবা বুলি কৈছিলা নহয়। বাৰু গোবিন্দ! বীণা আইটীয়ে গান শিকিবলৈ আগ্ৰহ কৰে। তুমি কি কোৱা—শিকাম নে?

গোবিন্দ—সংসাৰ মৰুভূমিত—গান তাত সৰোবৰ। সেই



গন্ধৰ্ব্ব বিদ্যাটো অৱশ্যে শিকা বেয়া নহয়। আজি-কালি গানৰ যথেষ্ট আদৰো হৈছে! তদুপৰি আজি-কালিৰ দৰাই অইন গুণ বিশেষ নাথাকিলেও গান গাব পাৰা ছোৱালীহে বিচাৰে। বীণা আইটীয়ে জানি শুনিয়েই গান শিকিব খুজিছে।

বীণা—আপুনিও আকৌ—মুখত যি ওলায় তাকে কয়। মোৰ লগত একে শ্ৰেণীতে পঢ়া আৰতি, চিত্ৰলেখা, মিনতি শেৱালি সকলোৱে বৰ শুৱলাকৈ হাৰমনিয়মত গান গাব পাৰে। মইহে নাজানো। সিহঁতে গান গোৱা শুনিলে মোৰ বৰ ঈৰ্ষা হয়। আৰু ইচ্ছা হয় যেন এদিনতেই তাইহঁতৰ দৰে গান শিকি পেলাম। দেউতা! মই গান শিকিম।

কিৰণ—[ৰং কৰি] মোৰ চৈধ্য পুৰুষেও গান নাজানিলে। মই নিজে নাজানা কামটো তোমাক শিকাওঁ কেনেকৈ? কিবা বোলে সা, ৰে, গা, মা, ধাপা, ধামা—এইবোৰ আগতে শিকিলেহে গান শিকিব পাৰি।

গোবিন্দ—অকল সেইবোৰ শিকিলেই নহয়। আকৌ কিবা বোলে দাদৰা, মাদৰা, ঠুংৰী, ডেগাৰ, দোতালা, তেতালা এইবোৰো শিকিব লাগে।

কিৰণ—হয়, হয়,। সেইবোৰ আমাৰ মুখতেই নোলায়। বাৰু। গানৰ শিক্ষক লাগে বুলি খবৰৰ কাকতত আজিয়েই এটি জাননী দিবা গোবিন্দ!

গোবিন্দ—ভাল ।

বীণা—তেনেহলে আজিয়েই জাননী দিব । নাপাহৰিব । নহলে মই আপোনাক কালি আকৌ আমনি কৰিম।

[ প্ৰস্থান ]

কিৰণ—ছোৱালীজনী কম নহয় । লাগে বুলিলেই লাগে । এতিয়া আকৌ গান শিকিবৰ ইচ্ছা হ'ল ।

[ পানীমলে কিৰণ চৌধুৰীক সেৱা জনাই এখন সৰু কাকত দি থিয় হয় ]

কিৰণ—[ পঢ়ি ] কোন ৰজত হাজৰিকা ? বাৰু আহিবলৈ দে।

পানীমল—ভাল দেউতা ।

[সেৱা জনাই প্ৰস্থান। অলপ পিচতে ৰজতক লৈ প্ৰবেশ। ৰজতে প্ৰণাম জনাই থিয় হয় ।]

কিৰণ— তোমাৰেই নাম ৰজত হাজৰিকা?

ৰজত— হয় মহাশয় ।

কিৰণ— কি লাগে ? সাক্ষাত কৰাৰ প্ৰয়োজন ?

ৰজত— মহাশয় । মই এজন অতি দুখীয়া মানুহ । বি, এ পাছ কৰি চাকৰি নাপাই বহুদিন ঘৰতে বহি আছিলো । এতিয়া আৰু দুবেলা দুমুঠিৰ কাৰণেই কঠিন হৈ আহিছে । গতিকে মহাশয়ৰ অনুগ্ৰহ হলে দুখীয়াৰ প্ৰাণ ৰক্ষা হয় ।

গোবিন্দ—বৰ্ত্তমানে আমাক কোনো মানুহ নালাগে । আমি দুঃখিত যে তোমাক সহায় কৰিব নোৱাৰিলো।



অৱশ্যে কিছুদিন পিছত খবৰ লব পাৰা ।

ৰজত— [ সেৱা জনাই ] বাৰু তেনেহলে সেৱাহে এতিয়া ।

[ প্ৰস্থানো দ্যম ]

কিৰণ— [ অলপ ভাবি ] ৰবা ! ৰবা তুমি গান জানা নেকি ?

ৰজত— হয় মহাশয় জানো ।

কিৰণ— শিকাবও পাৰা ?

ৰজত— হয় পাৰো ।

গোবিন্দ—ভালেই হল । তেনেহলে নমুনা হিচাপে এটি আৰম্ভ কৰাচোন ।

কিৰণ— এটি গীত গোৱাচোন । মনত লগাকৈ গাব পাৰিলে চাকৰিৰ সম্ভাবনা আছে ।

গোবিন্দ—লাজ নকৰিবা । গোৱা ।

## ৰজতৰ গীত

তোৰ কিনো বেজাৰৰ হিয়াৰে
সেই ব্যথা ভৰা তান বাজি উঠে
শোকৰে সাগৰৰ তীৰে ॥
বেজাৰৰ বোজাৰে দক্ষিণীয়া বয়
হিয়া তোৰ কৰি উতলা—
শোকৰে সুৰটি গাই গাই
বৰাগী বীণাটি ধৰে
স্বৰগে মৰতে ঢৌ উঠে
বিৰহী কবিৰে গীত—

ব্যথা ভৰা তানত তোৰ যে
চকু পানী চকু ভৰে ।

তোৰ যে আশা নহল পূৰণ
নিৰাশাৰে হিয়া তোৰ

চাওঁতে চাওঁতে এন্ধাৰে ঢাকিলে
বিষাদৰ বিজুলি মাৰে ।
সেই ব্যথা ভৰা তান............।

কিৰণ— গোবিন্দ ! তুমি কোৱা কথা সত্য । সংসাৰ মৰুভুমিত গান তাত সৰোবৰ । এওঁকেই বীণাৰ শিক্ষক হিচাপে বন্দবস্ত কৰিলে কেনেকুৱা হয় ? লিখা পঢ়া আৰু গান দুয়োটা শিকাব পাৰিব ।

গোবিন্দ—তদুপৰি লৰাটো বেচ গম্ভিৰ আৰু শান্ত প্ৰকৃতিৰ যেন বোধ হয় । গানৰ নমুনা হিচাপে বেচ শিকাব পাৰিব । কিন্তু বয়সলৈ চাই—বাৰু । চকুৰ আগত থাকিব যেতিয়া কোনো আশঙ্কাৰ কাৰণ নাই । এওঁকে ৰাখক ।

কিৰণ— তোমাৰ গান শুনি মই সন্তুষ্ট হলো । মোৰ ছোৱালীজনীক গান শিকাব লাগে । বাৰু, মোৰ ঘৰতে থাকি খাইলৈ মাহেকত পঞ্চাশ টকাকৈ দিলে হবনে ?

ৰজত— সেইটো মহাশয়ৰ দয়া ।

কিৰণ— বেচ তেনেহলে । বীণাক এতিয়াই— খবৰটো দিয়াগৈ গোবিন্দ ! [ এনেত বীণাৰ প্ৰবেশ ]



অ' তুমি আহিলাই । তোমাৰ উপযুক্ত গানৰ শিক্ষক পালো । জাননী দিয়াৰ আৰু দৰকাৰ নাই । এওঁক পানীমলৰ হতুৱাই থকা খোৱাৰ এটি ব্যৱস্থা কৰাই দিয়াগৈ বীণা ।

বীণা— [ লাজ কৰি ] আহক তেনেহলে ।

[ ৰজত আৰু বীণাৰ প্ৰস্থান ]

কিৰণ— গোবিন্দ ! তুমিও যোৱা । দুই এহেজাৰ মোণ চাউল আকৌ মজুত কৰিবলৈ ব্যৱস্থা কৰা গৈ । এই বজাৰতে দুপইচা গোটাই লব নোৱাৰিলে আৰু পাবলৈ নাই ।

গোবিন্দ—ভাল ।

[ দুয়োৰো দুফালে প্ৰস্থান ]

—দৃশ্যপট—



## পঞ্চম দৰ্শন

কিৰণ চৌধুৰীৰ দুমহলীয়া দালানৰ এটি কুঠৰী—

[ বিপুল, বীণা, ৰজত, পানীমল ]

[ কুঠৰীৰ ভিতৰখন সুন্দৰ সুন্দৰ মূল্যবান মেজ চৌকি আৰু অইন অইন বহুমূলীয়া আধুনিক বস্তুৰে আধুনিক প্ৰণালীৰে সজোৱা আছে। এফালে দুটা আলমাৰিত বহুত কিতাপ সজোৱা আছে আনফালে এখন সজ্জিত পালেঙিত হাৰমনিয়ম ডুগি-ডাইনা ইত্যাদি বাদ্যযন্ত্ৰ কিছুমান আছে। চাহাবি ধৰণেৰে টুপী কোট চোলা ইত্যাদি পিন্ধি বিপুলে বীণাক মাতি প্ৰবেশ কৰে। ]

বিপুল— বীণা! বীণা! বীণা ক'ত? কতা ইয়াতো নাই দেখোন। আজি সন্ধ্যা কথাছবি চাবলৈ যাম বুলি পৰহিয়েই কৈ থৈছো অথচ এতিয়ালৈ বীণাৰ দেখা দেখিয়েই নাই। [ হাত ঘড়ীলৈ চাই ] এতিয়া পাঁচটা বাজিলেই [ অলপ ভাবি ] অ' বুজিছো। বোধহয় গানৰ



শিক্ষক ৰজতৰ সৈতে কৰবালৈ ফুৰিবলৈ গ'ল। আজি কেইদিন মানৰ পৰা ৰজতৰ লগতেহে বীণাৰ বেচি ভাব যেন দেখিছোঁ। তেন্তে কি মোৰ মনৰ আশা পুলিটি ঠন ধৰি নুঠিব? বীণা ৰূপে গুণে লক্ষী। তদুপৰি তাই চৌধুৰীৰ একমাত্ৰ কন্যা............ বীণা সখিয়েকৰ ঘৰলৈও যাব পাৰে। মটৰ কাৰ-খানলৈ এবাৰ বিচাৰি আহোঁগৈ নিশ্চয় তাতেই আছে। [ প্ৰস্থান ]

[ বীণাৰ প্ৰবেশ ভিতৰ সোমাই চাৰিওফালে এবাৰ লক্ষ্য কৰি পালেঙৰ ওপৰত থকা হাৰমনিয়মৰ ওচৰতে বহে ]

বীণা— কালি শিকাই দিয়া গীতটোকে ৰজতদা নাহে মানে অলপ অভ্যাস কৰোঁ। ৰজত দা দুখীয়া হলেও বাস্তৱতে বৰ গুণী মানুহ। তেওঁৰ নিচিনা সকলোৱে যদি দেশৰ মঙ্গলৰ কাৰণে ভাবিলেহেতেন— নিজৰ স্বাৰ্থ ত্যাগকৰি সৰ্ব্বসাধাৰণৰ ভবিষ্যত হিতাৰ্থে মন প্ৰাণ ঢালি দিলেহেতেন—তেনেহলে দুদিনতে সোণৰ দেশ গঢ়ি উঠিল হয়। সচাকৈয়ে তেওঁক মোৰ বৰ মৰম লাগে। ইমান সহজ, ইমান সৰল, ইমান সহ্য গুণী মানুহ জগতত কেইজন আছে?

[ হাৰ্মনিয়মত হাত বুলাই গান মিলাই থাকে
এনেতে ৰজতৰ প্ৰবেশ ]

ৰজত— বীণা! মেনেজাৰ চাহাবে তোমাক বিচাৰি ফুৰিছে। দেখা হোৱা নাইনে?

বীনা— কতা মইতো তেওঁক দেখা নাই। কিয় বিচাৰিছে?

ৰজত— নাজানো।

বীণা— অ' মনত পৰিছে। আজি কথাছবি চাবলৈ যোৱা কথা আছিল। সেই কাৰনেই বিচাৰিছে হবলা। বলক তিনিও জনে যাওঁগৈ।

ৰজত— তোমালোক যোৱা বীণা। মোক আৰু কিয়? মই আকৌ বজাৰ কৰিবলৈ যাব লাগিব নহয়।

বীণা— আপুনি লগত নহলে ভাল নালাগে। আপুনি নগলে মইও নযাও। বাৰু। কালি শিকাই দিয়া গীতটো হাৰমনিয়মত মিলাব পৰা নাই। আজিও এবাৰ শিকাই দিয়ক ৰজত দা। গীতটো মোৰ বৰ ভাল লাগিছে।

ৰজত— বাৰু তেন্তে। মোৰ লগে লগে গোৱা।

বীণা— ভাল। আপুনি হাৰ্মনিয়ম ধৰক।

ৰজত— বাৰু।

[ ৰজতে হাৰমনিয়ম লৈ গীত আৰম্ভ কৰে
বীণাই সুৰ মিলাই যায় ]



—বীণা আৰু ৰজতৰ গীত—

প্ৰথম উষাৰ সেণালী কিৰণ পৰি
উজলি উঠিছা যে তুমি ॥
বিশ্বৰ জেউতি ভৰা প্ৰকৃতিৰ ৰাণী তুমি
হে মোৰমাতৃ ভূমি ॥
উজলি উঠিছা যে তুমি ।
তাহানি যুগৰ কত অমৰ কাহিনী ভৰা
গৌৰৱৰ মধু লীলা ভূমি
[ তুমি ] গৌৰৱৰ মধু লীলা ভূমি।
কবিৰ কবিতা জাগে পাষাণৰ তন্দ্ৰা ভাঙে
হে মোৰ অসমী জননী
উজলি উঠিছা যে তুমি

[ গীতৰ শেষৰ লগে লগে বিপুলৰ পুনঃ প্ৰবেশ ]

বিপল— বীণা তুমি ইয়াত? তোমাক বিচাৰি বিচাৰি মই হাৰাশাস্তি হলো। এতিয়াই কাপোৰ পিন্ধি সাজি কাচি ওলোৱা। বাহিৰত মটৰকাৰ সাজু আছে। আজি বৰ সুন্দৰ চিনেমা (Cinema) আছে—বন্ধন। সোন কালে ওলোৱা। সময় প্ৰায় হৈ আহিল। ৰজত! তুমি দেখোন দিনেৰাতি মাষ্টাৰী কৰিব ধৰিছা। বৰকৈ মনপুতি লাগি গৈছা নহয় নে?

ৰজত— বীণাই কোৱা কাৰণে কালি শিকোৱা গীততো আকৌ এবাৰ শিকাই দিলো।

বিপুল— শিকাবাতো। নিশ্চয় শিকাবা! এবাৰ তুবাৰ কিয় এশবাৰ শিকাবা। বীণা! বহি ৰলা দেঁখোন। তৈয়াৰ হোৱা।

বীণা— আপুনিএ বাৰু যাওক। মোৰ যাবলৈ ইচ্ছা নাই। বন্ধন ছবিখন কেইবাদিনো দেখিছো।

বিপুল— অ' সেয়েহে ইচ্ছা নাই। বলা তেনেহলে নদীৰ পাৰে পাৰে এবাৰ ফুৰিয়েই আহোঁ। আবেলি সময়ত মলয়া বতাহ লোৱা যুগুত।

বীণা— আজি মোৰ শৰীৰটোও সিমান ভাল নহয়। মই আজি আৰু কলৈকো নাযাওঁ। আপুনিএ যাওকগৈ।

ৰজত— বীণা! তোমালোকে বহা। মোৰ অইন কাম আছে।

[ প্ৰস্থানোদ্যম ]

বীনা— বজাৰ কৰা কামটো—। বাৰু মই তাৰ ব্যবস্থা কৰোঁ। আপুনি বহক।

[ ৰিঙ্গিয়াই ] কোন আছ! কোন আছ!

[ পানীমলৰ প্ৰৱেশ ]

পানী— [ সেৱাজনাই ] কি আইদেউ ?

বীণা— আজিৰ বজাৰ খিনি তইয়ে কৰিবি। বুজিছ।

পানী— ভাল আইদেউ। [ প্ৰস্থান ]

বিপুল— [ স্বগতঃ ] বুজিলো। ইহঁতে ভালকৈএ লেটা পকাইছে। ৰজত! তই মোৰ কলিজাত কামোৰ মাৰি ধৰিবলৈ সাজু হৈছ। মোৰ চিৰবাঞ্চিত,



চিৰ আকাঙ্খিত, চিৰ সাধনাৰ ধন লুটি নিবলৈ প্ৰস্তুত হৈছ। হৰিণ হৈ বাঘৰ গালত চুমা খাবলৈ বিচাৰিছ। কালি আহি আজি তই বীণাৰ মালিক। বাৰু। তোক মই ধনে প্ৰাণে ধ্বংস কৰিম। তই কিমান পানীৰ মাছ এবাৰ বুজি চাম তোক এই ঘৰৰ পৰা উলিয়াইহে এৰিম।

বীণা— মনেমনে থাকিল দেখোন। বহক। বাৰু গীতটো আকৌ এবাৰ গাওঁ শুনক। বৰ সুৰদি গীত।

বিপুল— বাৰু গোৱা। মোৰ অইন কাম আছে।

[ অভিমান কৰি প্ৰস্থান ]

ণা— তেওঁ বেঁাহ কৰিলে বোধহয়। ৰেঁাহ কৰিলে কি কৰিম। ৰজত দা। আকৌ এটি নতুন গীত শিকাই দিয়ক।

জত— বাৰু। তেনেহলে আগতে এবাৰ শুনি লোৱা।

[ ৰজতে হাৰ মনিয়মত গীতৰ সুৰ মিলাই এনেতে পানীমলে আহি এখন চিঠি ৰজতৰ হাতত দিয়ে।

নীমল— [ সেৱাজনাই ] মাষ্টাৰ মহাশয়ৰ এইখন চিঠি আহিছে।

[ ৰজতক চিঠি দি পানীমলৰ প্ৰস্থান। ৰজতে চিঠিৰ খামটো ফালি চিঠি উলিয়াই পঢ়ে আৰু উদবাউল ভাব দেখুৱায়।]

— ঘৰক পৰা আহিছে নেকি? আপুনি শেঁতা পৰি

গ'ল কিয় ? কিবা অমঙ্গলীয়া বাতৰি নেকি ?

ৰজত— ঘৰৰ নহয় বীণা। এজন গাওঁৰ মানুহে লিখিছে। গাওঁত বোলে ভীষণ বানপানী হৈছে। মানুহৰ ঘৰ-দুৱাৰ গৰু-মহবোৰ উটি যাব ধৰিছে। গৰু মানুহ সমানে যেমাৰত পৰিছে। খাবলৈ নাপাই মানুহে কঙ্কাল মূৰ্ত্তি ধাৰণ কৰিছে। উঃ মানুহৰ কি ভীষণ দুৰ্দ্দশা। বীণা। মই সিহঁতক কেনেকৈ ৰক্ষা কৰোঁ এই মহা বিপদৰ পৰা ? মই কি কৰোঁ ? উঃ ভগবান।

বীণা— অস্থিৰ হৈছে কিয় ? আপুনি এজন মানুহে শ শ বিপদগ্ৰস্ত সৰ্ব্বহাৰাক কেনেকৈ ৰক্ষা কৰিব ?

ৰজত— নহয় বীণা। সিহঁতক ৰক্ষা কৰিবই লাগিব। ভগবানে মোক শক্তি যোগাব। তুমি নাজানা। সিহঁত খেতিয়ক। সিহঁতেই অন্ন যোগাই সকলোৰে প্ৰাণ ৰাখি আছে। সিহঁত আজি নথকা হলে জগতৰ সকলো মানুহ মৰি কাহানিবাই উচ্ছন্ন গ'ল হেঁতেন। অন্নদাতা খেতিয়কৰ এনুৱা বিপদত আমি নিশ্চয় সৰ্ব্বতোভাবে সহায় কৰিবই লাগিব।

বীণ— [ স্বগতঃ ] বাস্তবতে কৃষকসমাজ মানব জাতিৰ অগ্ৰগণ্য। [ ফুটাই ] কিন্তু এটা বিশাল নদীৰ মাজত থকা এডাল খেৰৰ দৰে কি উপায়েৰে অকলে সিহঁতক ৰক্ষা কৰিব।



ৰজত— বীণা ! মই এতিয়াই গৈ সেৱক দল গঠন কৰিম। নগৰে চহৰে ভিক্ষা কৰি আনি শয্যাগত জনক শুশ্ৰূষা কৰিম। অন্ততঃ সিহতৰ প্ৰান বচাবলৈ নিজৰ জীৱন পৰ্য্যন্ত আহুতি দিবলৈ সাজু হম।

বীণা— [ স্বগতঃ ] আপুনি মহাপ্ৰাণ। ধন্য আপোনাৰ শিক্ষা। অনুকৰণীয় আপোনাৰ আদৰ্শ। অগ্ৰগামী বীৰ আপুনি।

( ফুটাই ) ৰজত দা ! আপুনি আজি মোক নতুন পোহৰৰ বাট দেখুৱালে। সেই পোহৰৰ বাটে বাটে মইও অগ্ৰসৰ হম।

[ নিজৰ কণ্ঠহাৰ সোলোকাই ]

এই কণ্ঠহাৰ ডাল লওক। এইডাল বিক্ৰী কৰি আপুনি যি মূল্য পায় তাৰে অন্ততঃ কিছুমানক সহায় কৰিব পাৰিব। লওক কোনো লাজ নকৰিব। [ দিব খোজে ]

ৰজত— বীণা !

বীণা— লওক। মানবৰ হিতাৰ্থে, স্বদেশৰ মঙ্গলাৰ্থে বিপদ গ্ৰস্ত কৃষকৰ সাহায্যাৰ্থে মোৰ এই ক্ষুদ্ৰাতিক্ষুদ্ৰ দান। ইয়াক অবহেলা নকৰিব। দেউতাক কৈ আকৌ কিছুমান চাউল পঠাবলৈ মই ব্যৱস্থা কৰাম।

[ অলপ ভাবি ]

বলক। মইও আপোনাৰ লগতে যাও। মইও

সিহতক কিঞ্চিৎ সহায় কৰিব পাৰিম ।

ৰজত— [ কণ্ঠহাৰ লৈ ] নালাগে বীণা ! তুমি ইমান কষ্ট সহ্য কৰিব নোৱাৰিবা । তাতে আকৌ লাহ বিলাহত ডাঙৰ দীঘল হোৱা নগৰৰ ধনীৰ ঘৰৰ কণ্যা তুমি ! তুমি যাব নালাগে । প্ৰপীড়িত মানবৰ সাহাৰ্য্যাৰ্থে আজি যি ত্যাগ দেখুৱালা এয়ে বহুত । এনেকুৱাকৈ দুখীয়াৰ দুখ অনুভব কৰা মানব হিতাকাঙ্খী ছোৱালী নগৰত কেইজনী আছে বীণা ।

বীণা— ৰজত দা !

ৰজত— বীণা ! তুমি হবা মোৰ পথৰ যাত্ৰী । তোমাৰ সহায়তে মই গৌৰবৰ জয়মাল্য পিন্ধিম । আহিলো বীণা । আৰু থিৰেৰে ৰব নোৱাৰো ।

বীণা— আপুনি কেতিয়া ফিৰিব ?

ৰজত— নাজানো বীণা ।

[ ৰজতৰ প্ৰস্থান । বীণাই ৰজত যোৱাৰ পিনে একেথিৰে ৰ লাগি চাই থাকে ।

—দৃশ্যপট—

# ষষ্ঠ দৰ্শন

—কিৰণ চৌধুৰীৰ বৈঠকখানা—

( গোবিন্দ, বিপুল, কিৰণ, বীণা )

[ গোবিন্দ আৰু বিপুলৰ আলাপ কৰি কৰি প্ৰবেশ ]

বিপুল— কামটো আপোনাৰ দ্বাৰা নিশ্চয় সমাধান হব । আৰু মইতো বীণাৰ অযোগ্য নহও । মোৰ দৰে বিলাত ফিৰত কেইজন আছে ? গতিকে অন্যান্য কথাৰ পাকতেই এই প্ৰস্তাবতো চৌধুৰীৰ ওচৰত দাঙি ধৰি অলপ গম গতি লব ।

যদি কাম হয় তেন্তে পৰিনয়ৰ দিনাই আপোনাক নগদ পাচ হাজাৰ টকাৰে পুৰস্কৃত কৰিম ।

গোবিন্দ—কোনো চিন্তা নকৰিবা বিপুল । সকলো ঠিক হব । বলেৰে নোৱাৰা কাম বুদ্ধিৰে কৰিব পাৰি গোবিন্দৰ বুদ্ধিৰ মেৰ পাকতেই চৌধুৰীয়ে আজি নগৰৰ প্ৰথম ধনী বুলি পৰিগণিত হৈছে ।

বিপুল— কিন্তু প্ৰথমতে সেই ৰজত কেলেহুৱা কুকুৰটোকহে আতৰাব লাগে ! সেই দৰিদ্ৰ পঞ্চাশ টকীয়া কুকুৰ টোৱে মোৰ মুক্তপথ অবৰোধ কৰি বীণাক লভিবৰ বুদ্ধি সাজিছে । চৌধুৰীওটো কম নহয় ! ছোৱালীৰ

গান শিকাৰ দৰকাৰ কি ? বোধহয় ফিল্মষ্টাৰ ( Film Star ) সজাব খুজিছে । গান শিকি কিমান ছোৱালী য়েযে অধঃপতনত নামি পিতৃ মাতৃৰ নাম ডুবালে সেই হিচাপটো তেওঁ পোৱা নাই হবলা । ৰজতক দেখিলেই মোৰ গা জ্বলি উঠে ।

গোবিন্দ—সকলো ব্যৱস্থা হব বিপুল । কিন্তু বিয়াৰ দিনাই পাঁচ হাজাৰ—

বিপুল— সেইটো আৰু কবলৈ লাগিছেনে ?

গোবিন্দ—সকলো ব্যৱস্থা মই কৰিম । তিলাৰ্দ্ধও চিন্তা নকৰিবা এতিয়া যোৱা । চৌধুৰীও আহিবৰ হল ।

বিপুল— কিন্তু নাপাহৰিব । আপুনিয়েই মোৰ সৰ্ব্বভৰসা ।

[ বিপুলৰ প্ৰস্থান । আন ফালেৰে চৌধুৰীৰ প্ৰবেশ গোবিন্দই হিচাপৰ বহিত লিখিব ধৰে । ]

কিৰণ— দেশত ভীষণ আকাল হৈছে গোবিন্দ ! এনে আকাল কোনো বছৰতে হোৱা নাছিল । চাউলৰ দাম এতিয়া বজাৰত পঁয়ত্ৰিছ টকালৈকে উঠিছে । এইবাৰ আমালোকৰ আনন্দ চায় কোনে ?

গোবিন্দ—প্ৰভুয়ে যি কৰে মঙ্গলেই কৰে । বৰ্ত্তমানে আকৌ দুই হাজাৰ মোণ চাউল মজুত কৰা হৈছে ।

কিৰণ— বাস্তবতে লক্ষ্মীদেবী মোৰ ওপৰত সুপ্ৰসন্ন । দেশৰ বেচি ভাগেই আজি এমুঠি অন্নৰ কাৰণে হাহাকাৰ কৰি মৃত্যুৰ মুখত পৰিছে অথচ কিৰণ চৌধুৰীৰ ভঁৰালৰ চাউল আজি পচি যাব ধৰিছে । হাঃ হাঃ হাঃ । ইও এটি নিয়তিৰ খেলা । এতিয়া যিয়েই হ'ক, এই ছেগতে চাউলবোৰ বিক্ৰী কৰাৰ ব্যৱস্থা কৰা ।



গোবিন্দ—আপুনি ইমান অধৈৰ্য্য হৈছে কিয় ? মই প্ৰথমতেই আপোনাক কৈছো যে চাউল এইবাৰ চল্লিশ টকা নোহোৱাকৈ যায় কলৈ । বাকী পাঁচ টকা আকাশৰ পৰাতো নপৰে ।

কিৰণ— কিন্তু যদি হঠাৎ দাম পৰি যায় ? তেনেহলে ?

গোবিন্দ—কোনো চিন্তা নকৰিব । মাত্ৰ চাই থাওক কৰ পানী কলৈ যায় ।

কিৰণ— দেখা যাওক কপালত কি লিখা আছে । সকলো গোবিন্দৰ ইচ্ছা ।

[ বীণাৰ প্ৰবেশ ]

কিৰণ— বীণা ! দুইতিনি দিনমান দেখো ৰজতক দেখা নাই । ঘৰলৈ গ'ল নেকি অ ?

বীণা— নহয় দেউতা । বানপানী হোৱা অঞ্চলৰ সাহাযাাৰ্থে কিছু ধনৰ কাৰণে গাওঁলৈ গৈছে ।

কিৰণ— বান পানী হোৱা অঞ্চলৰ সাহায্যাৰ্থে ? সি সিহঁতক কিহেৰে কি সহায় কৰিব ? অনৰ্থক কষ্ট কৰি লাভ কি ? সি নিজে কৰে পঞ্চাশ টকাৰ চাকৰি ।

বীণা— প্ৰাণত উৎসাহ উদ্দীপনালৈ দেশৰ দহৰ সেৱা

কৰিবলৈ হলে ভগবানে তেওঁৰ শক্তি যোগাব দেউতা

কিৰণ— যি হওক। স্বভাবটো মই ভাল নেদেখিলো।

গোবিন্দ—ৰকমটো মইও সুবিধা দেখা নাই।

বীণা— দেউতা ! মোৰ এটি অনুৰোধ ৰাখিবনে ?

কিৰণ— নিশ্চয়, নিশ্চয়। অ' গলৰ হাৰ ডাল দেখো আজি পিন্ধি অহা নাই। নতুন ধৰণৰ আকৌ এডাল লাগে বোধ হয়।

গোবিন্দ— মানে আধুনিক ধৰণৰ মেট্ৰো পেৰ্টান।

বীণা— সেইটোতো আছেই। কিন্তু আন এটি অনুৰোধ।

কিৰণ— কি ? কোৱা আইটী নগৰৰ ভিতৰত ধনী দেউতাৰে আজি তোমাৰ এটি অনুৰোধ ৰাখিব নোৱাৰিবনে ? কোৱা লাগে কি ?

বীণা— দেউতা ! দেশ জুৰি আজি হাহাকাৰ লাগিছে। শ শ মানুহে পিন্ধিবলৈ এটুকুৰা কাপোৰ আৰু খাবলৈ এমুঠি অন্ন নাপাই প্ৰাণ বিসৰ্জ্জিবৰ উপক্ৰম কৰিছে। দেশৰ অৱস্থা আজি ঘোৰ বিপন্ন। কিন্তু আনহাতে আপুনি নিৰন্নৰ মুখৰ অন্ন কাঢ়ি আনিছে ধনৰ লোভত। ধনৰ লোভতেই হাজাৰ হাজাৰ মোন চাউল গোটাই লৈ দেশৰ ভীষণ শত্ৰুতা আচৰণ কৰিছে। গতিকে মোৰ অনুৰোধ আপোনাৰ ভঁৰালৰ চাউলৰ কিছু অংশ এই বন্যা-পীড়িত সকলৰ মাজত বিলাই দি সিহতক মৃত্যুৰ



মুখৰ পৰা ৰক্ষা কৰক !

কিৰণ— (আচৰিত হৈ) তুমি কৈছা কি বীণা ? মই একো বুজা নাই।

গোবিন্দ—এই কুবুদ্ধি তোমাক কোনে শিকালে বীণা ?

কিৰণ— আজলী। এতিয়াও তুমি ঘোৰ অন্ধকাৰত। সংসাৰৰ দুৱাৰ ডলিত তুমি প্ৰবেশ কৰিব পৰা নাই। কিন্তু এদিন বুজিবা যিদিনা এই কিৰণ চৌধুৰিৰ দৰে জটিল সংসাৰ চলাব লগীয়াত পৰিবা।

বীণা— সেইবোৰ মই বুজিলো। মোৰ অনুৰোধ আপুনি ৰাখিবই লাগিব দেউতা।

গোবিন্দ—বীণা ! এই দুৰ্ভিক্ষ পীড়িত সকলক খুৱাবলৈ এনেকুৱা এটি ভঁড়াল নালাগে—দহোটা ভঁৰালেও নুজুৰিব।

কিৰণ— আইটী এইবোৰ তোমাৰ বলিয়ালি মাথো।

বীণা— আপোনাৰ কোনো যুক্তি নুশুনো। মোৰ অনুৰোধ আপুনি ৰাখিবই লাগিব।

কিৰণ— [খংভেৰে] ভিতৰলৈ যোৱা বীণা। বাৰে বাৰে মোক অনৰ্থক আমনি নকৰিবা। যোৱা।

বীণা— তেন্তে বুজিলো দেউতা ! আপুনি হৃদয়হীন। জগতত মাথো ধনকেই চিনিছে। দেশৰ স্বাৰ্থতকৈও মোমাইক ডাঙৰ কৰিছে। আপুনি দেশৰ কলঙ্ক বদনৰ অভিনেতা।

[ বেগেৰে প্ৰস্থান ]

কিৰন— আশ্চৰ্য্য ! বীণাৰ হঠাতে ইমান পৰিবৰ্ত্তন কিয় ?

গোবিন্দ— অৱশ্যে আচৰিত হব লগা বিশেষ একো নাই। বাস্তৱতে দেশৰ বৰ্ত্তমান যি দূৰৱস্থা—তাকে কাকতে পত্রে পঢ়ি শুনি বোধ হয় এনুৱা ভাৱৰ উদয় হৈছে। [ বিপুলৰ প্ৰবেশ ]

অ' বিপুল আহিছা ? বহা। [ বিপুল বহে ]

কিৰণ—পিচে ধানৰ কল, তেলৰ কল আৰু চাহ বাগিচাবোৰ ভালকৈ চলিছেতো ? কোনো গণ্ডগোল নাইতো ?

বিপুল—ভালেই চলিছে। কিন্তু কেতবোৰ উদ্ধত কৰ্মচাৰীয়ে দল পকাই মজুৰি বৃদ্ধিৰ কাৰণে আন্দোলন কৰিছে। সিহঁতে প্ৰকাশ কৰিছে যে এমাহৰ ভিতৰত সিহঁতৰ দাবীবোৰ মানি নললে সিহঁতে কাম নকৰা হব। এই মজুৰি বোলে সিহঁতৰ জীৱন নিৰ্ব্বাহৰ পক্ষে অত্যল্প। এই মজুৰিয়ে নো জো ৰে।

কিৰণ—এই মজুৰিয়ে নো—জোৰে ? কিৰণ চৌধুৰীৰ ওপৰতেই সিহঁতে ঠেংঙত ঠেং তুলি খাইছে। নহলে নাখাই শুকাই মৰিল হেতেন। বাৰু। প্ৰধান আন্দোলন-কাৰী কেইজনমানৰ পদোন্নতি কৰি সকলোকে জনাই দিবা যে পিচত বিবেচনা কৰা হব।

বিপুল—মইও তেনেকুৱা বুধিকেই সাজিম বুলি পাঙিছো। অ' এটা কথা। বীণাৰ কাৰণে বোধহয় এজন গানৰ শিক্ষক ৰাখিছে ?



কিৰণ—হয়। কিয় ?

বিপুল—কিছুদিন আগতে মই তাক বাটে ঘাটে অনাই বনাই ঘূৰি ফুৰা দেখিছিলো। শুনিবলৈ পাইছো মানুহজনৰ স্বভাব চৰিত্ৰও সিমান সুবিধা নহয়।

গোবিন্দ---হয় নেকি ? তেনেহলে............ !

কিৰণ—দেখাত কিন্তু তাক শান্ত শিষ্ট সৰল গম্ভীৰ যেন দেখি। বৰ্ত্তমানে সি কোনো দোষ কৰা নাই যেতিয়া— ।

বিপুল—কৰিবলৈনো আৰু কিমান সময় লাগে। বাৰু। মই আহিলো। [ প্ৰস্থান ]

কিৰণ—বীণাৰ বয়স এতিয়া ওঠৰ বছৰত ভৰি দিলেহি। বিবাহৰ এটি বন্দবস্ত কৰিব পাৰিলে কন্যাদায়ৰ পৰা মুক্ত হব পাৰো। কিন্তু তেনেকুৱা উপযুক্ত লৰা মোৰ চকুতেই পৰা নাই গোবিন্দ ! বীণাৰ কাৰণে এটা উপযুক্ত দৰা বিচাৰি উলিয়াবলৈ চেষ্টা কৰাচোন। ভগবানে মোক লৰা সন্তান নিদিলে। তাইয়ে মোৰ পুত্ৰ আৰু কন্যা দুয়োটাই। তায়েই মোৰ ভবিষ্যত উত্তৰাধিকাৰী।

গোবিন্দ—বীণাৰ উপযুক্ত দৰা পোৱা সুকঠিন। তথাপি মোৰ বোধেৰে বিপুল বীণাৰ অনুপযুক্ত নহয়। তদুপৰি তেওঁ এতিয়া আপোনাৰ সম্পত্তিৰ মেনেজাৰ হৈ সুচাৰুৰূপে কাম চলাই আছে। আশাকৰো ভবিষ্যতেও বীণাৰ—গাত বতাহ নলগাকৈ সি সম্পত্তি চলাই

থাকিব পাৰিব। সি বিলাত ফিৰং স্বাস্থ্যবান, সুশ্ৰী। সকলো গুণ তাৰ আছে।

কিৰণ—মইও বিপুলৰ কথাকেই মাজে মাজে ভাবো। বিধাতাই কত জোৰা বান্ধি থৈছে নাজানো। বীণাক বিপুললৈ দিলে বে-য়া ন-হ-ব।

গোবিন্দ—অতি উত্তম হব। পলম নকৰি অহা বহাগতে বিয়াখন পাতিলে বেয়া নহয়।

কিৰণ—ভালকৈ বিবেচনা কৰি চাব লাগিব। মই আহিলো গোবিন্দ! তুমি চাউলৰ হিচাপবোৰ ঠিক কৰি লোৱা আৰু আকৌ কিছু চাউল যোগাৰৰ চেষ্টা কৰা।

গোবিন্দ—ভাল। [ কিৰণৰ প্ৰস্থান ]

—দৃশ্য পট—

# সপ্তম দৰ্শন

—পানী পৰটুৱা অঞ্চলৰ ভগা পজা এটি—

[ গৃহস্থ, আৰু তাৰ লৰা ছোৱালীবোৰ, ৰক্ত আৰু সেৰকদল ]

[ পজাটিৰ চাৰিও ফালৰ বেৰ বোৰ ভগা। ঘৰৰ বয়বস্তুবোৰ অশুৱনী অৱস্থাৰে থানথিতি নোহোৱাকৈ পৰি আছে। ভগা খাটৰ ওপৰত মৰণাপন্ন অৱস্থাৰে কেইবাটিও লৰাছোৱালী শুই থাকে। গুচৰতে কঙ্কাল মূৰ্ত্তি অৰ্দ্ধণগ্ন বুঢ়া গৃহস্থ জনে মূৰে কপালে হাত দি মাটিতে বহি থাকে ]

লৰা ছোৱালীবোৰ—ভগবান! ভগবান! ৰক্ষা কৰা প্ৰভু।

গৃহস্থ— ভগবান! ভগবান! ৰক্ষা কৰা প্ৰভু! আজি ইমান দিন ধৰি এটি খুদকণ পেটত পৰা নাই। মানুহেনো নোখোৱাকৈ আৰু কিমান দিন জীয়াই থাকিব? জন্ম-জন্মান্তৰেও এনে আকাল—এনে হাহাকাৰ হোৱা নাছিল করুণাময়! মানুহৰো এনে অৱস্থা হয়নে? ঘোৰ কলি, ঘোৰ কালি—এয়ে কলিৰ শেষ। জগৎজুৰি পানীময়—পৃথিবী জুৰি

হাহাকাৰ। এতিয়া কোনে কাৰ মুখলৈ চায়? সকলো উচ্ছন্ন গল। গোহালি ভৰা গৰুৰ ভিতৰত মাত্ৰ দুটা গৰু আধামৰা হৈ জীয়াই আছে। কিছু মানগল উটি, কিছুমান বেমাৰত মৰিল। হায় হায় মোৰ লক্ষীৰূপিণী ঘৈণী কালি মৰিল জহনীত। [কান্দি কান্দি] উঃ। কিনো বৰ্ণাম তাইৰ গুণ! তাই মোৰ গৃহলক্ষী আছিল। বাকী লৰাছোৱালী দুডোখৰৰো অন্তিম অৱস্থা।

ভদীয়া— দেউতা! দেউতা! মৰিলো! অলপ ভাল খাবলৈ দিয়ক।

[গৃহস্থজনে দুখেৰে ভাতৰ থালি চৰু হাততলৈ করুণ ভাবেৰে চায় আৰু হাতৰ পৰা সোলকি পৰি চৰুটো ভাঙি যায়]

গৃহস্থ— ভাত ক'ত পাবি বাচাহত। পানী খা।

(মাটিৰ পানীৰ কলহটো হাতত লয় আৰু খুন্দা খাই ভাঙি যায়। এনেতে ভদীয়াই চটফট কৰিবলৈ ধৰে)

বোপা ভদীয়া! ভদীয়া! চকু থিয় কৰিছা কিয়? ভোক লাগিছে নহয়?

ভদীয়া— দে—উ—তা [মৃত্যু]

গৃহস্থ— গল! গল! মোৰ বাচাও মাকৰ লগতে গ'ল। মোক এৰি কলৈ গলি ভদীয়া! মই যে তোৰ দেউতাৰ হও। কালি তোৰ আইতা গ'ল আজি তইয়ো মোক এৰি গলি? মই কাৰ সতে পৃথিবীত



জীয়াই থাকো? মোকো লৈ যা ভদীয়া। মোকো লৈ যা তোৰ লগতে।

[এনেতে ৰজতে সেৱক দলেৰে সৈতে বস্তাত চাউল আৰু বটলত ঔষধ লৈ প্ৰবেশ]

ৰজত— কিহল? কান্দিছা কিয়?

গৃহস্থ— [উত্তৰ নিদি কান্দি থাকে]

ৰজত— কান্দিছা কিয় ভাই?

গৃহস্থ— আজি ভদীয়া গ'ল। ভদীয়াও গল মাকৰ লগতে উ' উ' উ'.........

ৰজত— নাকান্দিবা ভাই। সকলো ভগবানৰ ইচ্ছা। ধৈৰ্য্য ধৰি বাকী কেইজন জীয়াবলৈ যত্ন কৰা।

(সেৱক দলৰ মানুহবোৰে বাগৰি থকা লৰা ছোৱালীবোৰক শুশ্ৰূষা কৰে, ঔষধ খুৱায় আৰু বস্তাৰ পৰা কিছু চাউল উলিয়াই দিয়ে)

সেৱক— এই চাউলেৰে ভাত ৰান্ধি খোৱাৰ ব্যৱস্থা কৰা। নাকান্দিবা।

গৃহস্থ— ঘৰত মানুহ মৰিল আৰু ভাত খাওঁ কেনেকৈ?

ৰজত— আপদত নিয়ম নাস্তি। তুমি নাখালে এইবোৰক শুশ্ৰূষা কৰিবা কেনেকৈ? আগেয়ে নিজৰ জীৱন ৰক্ষা কৰা। আমি যাওঁ এতিয়া ভাই। অইন কামবোৰ ততালিকে সমাধা কৰি আহি এই মৰা শটোৰ সৎকাৰৰ ব্যৱস্থা কৰিব লাগিব।

গৃহস্থ— মোক শোক সাগৰত এৰি থৈ কলৈ যোৱা বোপাইঁত। মোৰ যে সংসাৰত কোনো আপোন নাই। তোমালোকৰ পৰিচয় নাপালো। তোমালোক মানুহ নে দেৱদূত বোপাইঁত।

ৰজত— পৰিচয়ৰ এতিয়া দৰকাৰ নাই। আমিও তোমাৰ দৰে মানুহ। মানুহ মানুহৰ নিমিত্তে এয়ে মানৱ ধৰ্ম্ম। ভয় নাই। আমি এতিয়াই ফিৰি আহিম।

[ সেৱকদল আৰু ৰজতৰ প্ৰস্থান ]

গৃহস্থ— [ কান্দি কান্দি ] তই কলৈ গলি ভদীয়া। এবাৰ মাত দে ভদীয়া। [ কান্দি থাকে ]

—দৃশ্যপট—



# অষ্টম দৰ্শন

—বংশীধৰ শইকীয়াৰ ঘৰ—

[ বংশী, মাধুৰী, বীণা, ৰজত, মহানন্দ ]

[ মাধুৰীয়ে উৰালত উৰাল মাৰিবে ধান বান্ধি থাকে ]

মাধুৰী—( স্বগতঃ ) চাওঁতে চাওঁতে যৌৱনৰ সোনালী দিনৰ উপভোগৰ সময় উকলিব লগা হ'ল। তথাপি মোৰ কপালৰ গাঠি নুখুলিল। পুৱাতে উঠি চকু মেলিয়েই ৰাতি চকুজাপ নোযোৱালৈকে কামৰ ওপৰতে কাম—কামৰ ওপৰতে কাম। তাতে আকৌ সিজনৰ গালি-শপনি। ইটোহে নহল—সিটোহে নাপালো—ইটো বেয়া হল সিটো পলম হ'ল। কাকনো কম কোনেনো পতিয়াব—। আজি কালিও মই এইদৰে দেহা মৰাকৈ খাতনি খাটিব পাৰোনে? এতিয়া ন বোৱাৰীৰ কৰা খাব পাব লাগিছিল ৰজতক বিয়াৰ কথা কলে সি চুই গাজী নাখায়।

[ বংশীয়ে কাছাৰীৰ পৰা আহি ঘৰ সোমায়েই কাকতৰ টোপোলা আৰু দোৱাত কলম ইত্যাদি মেজৰ ওপৰত থয় ]

বংশী— পুৱাতে যে ৰজত ওলাই গৈছিল ফিৰি অহা নাই হবলা ?

মাধুৰী—তাৰ গুণৰ কথানো কম কি ? সেই একেটি স্বভাব। সচানে মিছা নাজানো—নগৰলৈ গৈ চাকৰি কৰা বুলিও দেখো শুনিছিলো। আকৌ এমাহ নৌহওতেই ফিৰি আহি আগৰ স্বভাবকে ধৰিছে। মোৰ মতে হলে—মায়াৰ ডোল তাৰ গলত পিন্ধাই দিলেহে দণ্ডিত বান্দৰ নাচিব।

বংশী—এঁহ, ঘৰত নাই পইচা এটি তই খাব খোজা বকা-চাউলৰ বাতি॥ মতি গতি ভাল দেখিলেহে লোকে ছোৱালী আগবঢ়ায়।
এতিয়া আকৌ টলৌ টলৌ কৈ বিচাৰি ফুৰিব ধৰিছে—কাৰ ঘৰৰ মৰাশ পেলাব লাগে, কাৰ ঘৰত বেমাৰী শুশ্রুষা কৰিব লাগে। ভিক্ষা কৰি আনি কাৰ পেট পূজা কৰিব লাগে। হেৰৌ। তই যে এইবোৰ অকাম কৰি ফুৰ—তোৰ আপদ বিপদত কোনোবাই চকুমেলি চাবনে ? এতিয়াও মহানন্দ মাহাজনৰ ধাৰৰ টকাৰে গলপোটলৈ আছো। দিনৌ তাৰ নৰম গৰম কথা সহ্য কৰিব লগিয়াত পৰিছো। কোনোবাই এবাৰ ফিৰি চাইছে—নে এযাৰ মাতকেই দিছে। হেৰৌ। সিহঁতে ভোকত নাখাই মৰিল বা জহনীতেই গ'ল, তোৰনো গাটো ফৰ্ ফৰায় কিয় ?



বীণা— [ নেপথ্যৰ পৰা ] ঘৰত আছেনে ? বোলো ঘৰত আছেনে ?

মাধুৰী—ধনকুবেৰ মহানন্দ বেজীয়া খোঁকটো আহিছে হবলা।

বংশী—জহনীত ইমানবোৰ মানুহ মৰিব ধৰিছে, ইয়াকনো যমে বিচাৰি নাপায় কিয় ? মোৰ কেঁচা মঙ্গহ খাবলৈ কিয় জীয়াই ৰাখিছে ?

বীণা—[ নেপথ্যৰ পৰা ] ঘৰত আছেনে ? ৰজত দা !

বংশী—মাধুৰী ! ৰজত দা বুলি মাতে যে ?

মাধুৰী—জহনীত যোৱাটো নহয় হবলা। মাইকী মানুহৰ মাত যেনেহে লাগিছে।

বংশী—ৰক্ষা। সেই কুকুৰটো নহয় তেনেহলে, মাধুৰী, দুৱাৰৰ সুৰুঙ্গাৰে এবাৰ সুৰুক্‌কৰে চাই আহচোন।

মাধুৰী—[ দুৱাৰৰ সুৰুঙ্গাৰে চাই ঈষত্ হাঁহি মাৰি আহি ] কোনোবা এজনী দীললিপ ছোৱালী বাহিৰত থিয় হৈ আছে।

বংশী—কি ? দীপলিপ ছোৱালী ? খুলিদে। খুলিদে। ততালিকে দুৱাৰ খুলি দে।

( মাধুৰীয়ে দুৱাৰ খুলি দিয়াত বীণা ভিতৰলৈ সোমাই আহে)

বীণা— ৰজত দা হতৰ এইটোৱেই ঘৰ নহয় নে ?

মাধুৰী— হয়। এইটোৱেই আমাৰ পজা। বহা আইটী।

[ মাধুৰীয়ে পীৰা পাৰি দিয়াত বীণা বহে ]

বীণা— ৰজত দা ক'ত ?

বংশী— সি পুৱাতেই ওলাই গৈছে কৰবালৈ। কোন তুমি আই?

বীণা— মই কিৰণ চৌধুৰীৰ কন্যা। ৰজত দাই মোক গান শিকায়। ঘৰলৈ আহি বহুদিন নোযোৱা কাৰণে তেওঁৰ বাতৰি লবলৈ আহিলোঁ। আপুনি বোধহয় তেওঁৰ দেউতাক হয়?

বংশী— দেউতাক অৱশ্যে নহও——মহায়েকহে হও। এওঁ ৰজতৰ মাহীয়েক। সি পানী কেচুৱাতে মাউৰা হোৱা গতিকে আমি অধমেই তুলি তালি তাক মানুহ কৰিছো। এতিয়া আমিয়েই তাৰ মাক-বাপেকৰ নিচিনা। তদুপৰি তাৰ বাহিৰে আমালোকৰ আপোন বুলিবলৈ আৰু কোনো লৰা-ছোৱালী নাই—ভগবানে নিদিলে।

বীণা— মোৰ সেৱা লওঁক [ দুয়োকো প্ৰণাম কৰে ] পিচে তেওঁ কেতিয়া আহিব?

[ এনেতে ৰজতৰ প্ৰবেশ ]

ৰজত— ( অলপ আচৰিত হৈ ) বীণা! তুমি ইয়াত! কেতিয়াকৈ আহিলা?

( প্ৰকৃতস্থ হৈ ) আমি বৰ গৰীব বীণা! আমাক তুমি কৃতাৰ্থ কৰিলা।

বীণা— মোক লাজ দিয়ে কিয়? এনুৱা খেৰৰ পজাত বাসকৰি সুজলা সুফলা জননী জন্মভূমিৰ বৰ পুত্ৰ হবলৈ পাৰিছে কেইজনে?



ৰজত— কি সকামত ইমান কষ্টকৰি আহিলা বীণা?

বীণা— আজি ভালেমান দিন দেখো আপুনি আমাৰ ঘৰলৈ যোৱা নাই। কোনো বাতৰিও পঠোৱা নাই সেই কাৰণেই আহিলো।

ৰজত— আহি ভালেই কৰিছা। ময়ো দুই এদিনৰ ভিতৰতে পাৰিলে যাম বুলি ভাবি আছিলো।

বংশী— আজি মোৰ মহাভাগ্য যে তুমি অধমৰ পৰ্ণকুটিৰত পদধূলি দিলা।

( মাধুৰীলৈ চাই ) কি চাই আছ। অলপ জলপানৰ ব্যৱস্থা কৰগৈ

বীণা— নালাগে মাহীদেউ! এখন তামোলকে দিয়ক। মই উঠিমহে এতিয়া।

মাধুৰী— দুখীয়া বুলি ঘিণ নকৰি আহিলা যেতিয়া অলপ বহা আইটী।

বীণা— ধনীতকৈও দুখীয়াৰ মন উদাৰ মাহীদেউ।

[ মাধুৰীৰ প্ৰস্থান ] ৰজতদা! গাওঁৰ অৱস্থা এতিয়া সামান্যতালৈ আহিছে বোধহয়?

ৰজত— এতিয়া বহু ভাললৈ আহিছে। বাস্তৱতে বীণা! গাওঁতহে সমাজৰ প্ৰকৃত স্বৰূপ নিৰ্ণয় কৰিব পাৰি নগৰত নহয়। তুমি অলপ বহা বীণা। এঘৰত ঘৰৰ সকলোৱে বেমাৰত আক্ৰান্ত হৈছে। সিহঁতৰ তালৈ যাবলৈ সময়কে পোৱা নাই।

বীণা— ভাল যাওঁকগৈ। আপোনাৰ কৰ্ত্তব্যত বাধা নিদিওঁ! মইও তামোল এখন খাই উঠিমহে এতিয়া। তেন্তে দুই এদিনৰ ভিতৰতে আপুনি যাব বুলি বাট চাই থাকিম ৰজতদা।

ৰজত— বাৰু।

(ৰজতৰ প্ৰস্থান আৰু মধুৰীয়ে বাটিত চাহ আৰু বটাত তামোললৈ পুনঃ প্ৰবেশ কৰে)

বীণা—এইবোৰ কৰি কিয় অনৰ্থক কষ্ট কৰিছে মাহীদেউ?

বংশী—আমি অতিকৈ দীনহীন আই! এনেয়ে খাবলৈ নাই তাতে আকৌ ধাৰে ঋণে গল পোট গৈ আছো। সুখৰ লগত চিৰ বিবাদ।

মাধুৰী—চাহখিনি খোৱা আই।

বীনা—ভাল। [চাহ আৰু তামোল খায়]

মাধুৰী—আমাৰ আলাই বালাইৰ কাহিনী কিনো কম আইটী। পানীত হাঁহ নচৰা অবস্থাহে হৈছে। কথাতে কয় বোলে মানুহৰ একালত দুখ হলেও একালত সুখ হয়। কিন্তু আমাৰ দুখৰ ৰাতি নুপুৱাল সুখৰ সোণালী পোহৰ নেদেখিলো। [কথা কোৱাৰ লগে লগে কান্দি পেলায়]

বংশী—[কান্দোন মুৱা হৈ] মই কপাল ফুটা। মোৰনো আৰু সুখ হবনে? নহয়। পৃথিবীৰ মহাভাৰ হৈ জনম লভিছিলো। এতিয়া ভগবানে আমাক ভৱনদী পাৰ কৰিলেহে ৰক্ষা পৰো।



বীণা—ইস্! নেকান্দিব! কান্দিব নাপায়। নহয়। এইয়া লওক তিনি শ ৰূপ। মাজে সময়ে মই আৰু দি থাকিম। (ভেনিটী বেগৰ পৰা মাধুৰীক ৰূপ দিয়ে) টকা দিয়া কথাটো ৰজতদাক নকব। মোৰে শপত নেকান্দিব সেৱাহে এতিয়া।

মাধুৰী } —দুখীয়া বুলি ঘিণ কৰি বাট নেৰিবা আইটী।
বংশী }

বীণা—ভাল [বীণাৰ প্ৰস্থান] মাধুৰী আৰু বংশীয়ে অলপ আগুৱাই থৈ আহে]

বংশী—মাধুৰী! নগৰৰ ভিতৰত ধনী কিৰণ চৌধুৰীৰ এই জনীয়েই জীয়াৰী। কিন্তু ৰজতৰ লগত দেখো বৰ পীৰিতি ভাব দেখিলো?

মাধুৰী—মইও তাকেই ভাবিছো। ধনী নহলেনো মুখৰ কথাতে তিনিশ ৰূপ দিয়ে নে? ছোৱালীজনী লক্ষ্মী। বাৰু, তাইক ৰজতলৈ প্ৰস্তাব কৰিব নোৱাৰিনে?

বংশী—বোপাই ঐ! তেওঁলোক হৈছে ৰজা মহাৰজা। কিমান জনে তাইৰ পাণি প্ৰাৰ্থী হৈ দিনে নিশাই সপোনৰ ছবি আঁকিব ধৰিছে। আৰু আমাৰ নিচিনা পুঠী খলিহাই—।

মাধুৰী—কিন্তু ৰজতক তাই যিমান ভাল পোৱা দেখুৱালে যেন সি নহলে তাই থাকিবই নোৱাৰে। চৌধুৰীয়েও বোধহয় ৰজতক বৰ মৰম চেনেহ কৰে। আপুনি এদিন

চৌধুৰীক কাণচুৱাই কথাটোৰ উম্ ঘাম্ নলয় কিয়? কাল চক্ৰত ৰাজকন্যাও দুখীয়াৰ পজাত গৃহলক্ষী হয়। বিধাতাৰ জোৰা বন্ধন মানুহৰ অজ্ঞাত।

বংশী—কথাটো অৱশ্যে দলিয়াই পেলাব নোৱাৰি। এদিন সাহকৰি গৈ অলপ আও ভাও বুজি আহিম তেনেহলে। আমাৰ কাছাৰী ঘৰৰ ওচৰতে চৌধুৰীৰ দুমহলীয়া দালান।

(মহানন্দ মহাজনৰ প্ৰবেশ। মহানন্দক দেখি বংশীয়ে ভয়তে থত্‌মত্ খায়। মাধুৰীৰ প্ৰস্থান)

মহানন্দ—[বংশীক এখন কাগজ দেখুৱাই] এইখন চোৱা বংশী। পৰহি তোমাৰ ঘৰ মাটি নীলামৰ তাৰিখ। অৱশ্যে তুমিও নিশ্চয় নোটিচ পাইছা। এতিয়া কি ব্যৱস্থা কৰা—কৰা। যদি মান সম্ভ্ৰমলৈ ভয় থাকে তেন্তে আপোচতে কোনেও নাজানা নুশুনাকৈ লেঠাটো মাৰিব পাৰা। মোৰ এক কথা। পিচত মোক দোষ দিব নোৱাৰিবা বংশী।

বংশী—আপোনাকনো কি দোষ দিম। ৰজতে মোৰ মূৰত ৰামটাঙোন মাৰিছে। কিন্তু মোৰ হাতত যে আজি ফুটাপাই এটিও……

মহানন্দ—নহবতো। এতিয়াই সেই ৰূপহী ছোৱালীজনীয়ে যে তিনিশ ৰূপ দি গল। মই হবলা বেবৰ ফুটাৰে চাই থকা নাই।

বংশী—আপুনি ক'ত ছোৱালী দেখিলে? আশ্চৰ্য্য!





মহানন্দ—পাং পাতি থাকিলে নচলিব। আশ্চৰ্য্য এতিয়াই বাহিৰ হব। সেই টকা তিনিশ আজি দিয়া নহলে গোটেই খন গাওঁতে এই কথা জাহিৰ কৰিম। বাৰে বাৰে মাথো ফাকি—ফাকি—ফাকি।

বংশী— সংযত হৈ কথা কব! চোৰৰ দৰে ভদ্ৰলোকৰ ঘৰৰ বেৰাৰ ফুটাৰে চোৱা মোকদৰ্ম্মা মই কালিয়েই কৰিম।

মহানন্দ—ভদ্ৰলোক! হেঃ, ভদ্ৰলোক!

[বেগেৰে মাধুৰীয়ে টকা তিনি শ লৈ প্ৰবেশ]

মাধুৰী— এইয়া লওক তিনি শ টকা। ধনীয়েহে যে ভদ্ৰ লোক তাৰ কোনো অৰ্থ নাই।

[মাধুৰীয়ে মহানন্দক টকা দি নাউত কৰে প্ৰস্থান কৰে। বংশীয়ে মহানন্দৰ ফালে থঙেৰে কেৰাহি কৈ চাই মাধুৰীক পিচে পিচে খেদি যায়]

মহানন্দ— [ৰিঙিয়াই] ও বংশী! বাকী থাকিল আৰু পাচ শ।

[স্বগতঃ] আজি মোৰ কি সৌভাগ্য যে মাহেন্দ্ৰ ক্ষণত বেৰৰ ফুটাৰে দৃষ্টিদান কৰিছিলো। এতিয়া পলায়ন কৰাহে মঙ্গল।

[প্ৰস্থান]

——ঐক্যতান——




# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন

### গুন্দা সকলৰ প্ৰমোদ ঘৰ

[ গুন্দাসকল, মইনা, বিপুল ]

[ তিনিজন নগৰীয়া গুন্দাই মইনাক লৈ মনৰ আনন্দেৰে তাচ খেলি থাকে। তাই সিহঁতক মাজে সময়ে ফটিকা খুৱাই থাকে। গুন্দাবোৰৰ কোট কামিজ চোলা ইত্যাদি কাপোৰ আলনাত সজাই থোৱা আছে। সিহঁত অৰ্দ্ধ সজ্জিত অৱস্থাত থাকে ]।

মিহিৰাম—এইবাৰ যাবি কলৈ? মাৰ ইস্কাবনৰ টেক্কা।

চতুৰ্ভূজ– এইয়া চাই ল ট্ৰাম কৰিলো।

গুণধৰ—এইবাৰ হে—এইবাৰ। বৰ মুস্কিল হ'ল। কি খেলো ঐ। মইনা তই মোৰ ওচৰতে বহচোন। আহ্ মোৰ দিলজান। মোৰ প্ৰাণ পিয়াৰা! অমাৱস্যা নিশাৰ চিকিমিকি তৰা!

[ মইনাই গুণধৰৰ ওচৰলৈ আহে ]

মদ, মদ, মদ দে মইনা। ল।

[ তাচ মাৰে আৰু চতুৰ্ভূজে তাচ বুটলি লয় ]



মিহিৰাম—[ তাচ খেলি খেলি গায় ] তুমিতো নাহিলা হায়। নে নে নে নে......... ।

চতুৰ্ভূজ—আৰু অলপ মদ দে মইনা। গুণধৰৰ ওচৰত কিয়? একেবাৰে মোৰ হৃদি মন্দিৰত সোমাই থাক।

[ মইনাই চতুৰ্ভূজকো মদ দিয়ে আৰু ওচৰতে বহে ]

গুণধৰ—মাৰ্ চিত্তনৰ গুলাম।

মিহিৰাম—ভায়া! চিত্তনৰ গুলাম খেলিলে কি হব। এইয়া চা মোৰ হাতত তোৰ ব্ৰহ্মাস্ত্ৰ—এ্যাটম বোমা।

[ গুণধৰলৈ চাই ] হেৰ বেটা কাপুৰুষ দহ মুণ্ড ৰাবন
একে কিলে কৰিম টোক কাপোৰ ধোৱা চাবন॥
হেৰ বেটি হাড়ীত খাইটী শূৰ্পনখা বাই।
নাক কাণ কাটি পঠাম মইনাৰ কাষ লই॥
কি মইনা?

চতুৰ্ভূজ—আৰু অলপ মদ দে মইনা। মোৰ কলিজাৰ মইনা! মোৰ দৰদী মইনা!

—গীত—

মইনা মইনা বুকৰে মইনা।
তই মোৰ নকৈ আনা কইনা॥ হাঃ হাঃ হাঃ

[ ইতিমধ্যে মিহিৰামে গুণধৰৰ জিকা তাচৰ মাজৰ পৰা এটি তাচৰ পাত চুৰ কৰে। কিন্তু গুণধৰে পিচতে গমপাই মিহিৰামক খঙেৰে কয় ]

গুণধৰ—ঐ মিহি ! তই তাচৰ পাত চুৰ কৰিছ । মোৰ পকা হিচাপ আছে ! চুৰ কৰিলি কিয় ?

মিহিৰাম—কৰিলে ডকাইতি কৰিম—চুৰ নকৰো ।

চতুৰ্ভুজ—চুৰ কৰিছ নেকি অ' ?

মিহিৰাম—উহু, কিয় চুৰ কৰিম ।

গুণধৰ—[ খঙেৰে ] চুৰ কৰা নাই ? ৰাম শিয়াল ! বাপেৰক চিনি পোৱা নাই হবলা ।

( গুণধৰে মিহিৰামক গালতে এপাত চৰ মাৰে )

মিহিৰাম—মাৰচোন মাৰ্ । আৰু এবাৰ গা চুই চা ।

মইনা—ছিকৌ । ৰাম ৰাবনৰ যুদ্ধখন পাতিলি কিয় ?

মিহি—[ গুণধৰলৈ চাই ] এইবাৰ গা চুই চা চোন ।

গুণধৰ—ব'তেনেহলে দগাবাজ জান চুটাই দিওঁ ।

( মিহিক আকৌ মাৰিবলৈ উদ্যত )

মইনা
চতুৰ্ভুজ } —হে হে কি কৰা কি কৰা ?

[ এনেতে বিপুলৰ প্ৰবেশ । বিপুলক দেখি সিহঁতে কাজিয়া কৰিবলৈ এৰে ।

তিনিওজনে—আমাৰ মেনেজাৰ চাহাব দেখোন । আহক । আহক । বহক ।

বিপুল—তহঁতে কেলেই কাজিয়া কৰিছ ।

মিহিৰাম—মদৰ ৰাগীত এনেয়ে স্ফুৰ্টিহে কৰিছো । পিচে খবৰ ভালনে ?



বিপুল—এৰা । কোনোমতে জীয়াই আছো ।

গুণধৰ—হয় ! জীয়াই থকাটোৱেই বৰ ডাঙৰ ৰহস্য ।

মিহিৰাম—মইনা মেনেজাৰ চাহাব আহিল যেতিয়া তোৰ সুৰদি কণ্ঠস্বৰেৰে এটি সুমধুৰ নৃত্যগীত আৰম্ভ কৰ । বকচিচ্ পাবি । বহুত বকচিচ্ ।

চতুৰ্ভুজ—মইনা । গৰমে গৰমে লগাই দেচোন । মই আকৌ এটি হৰিণ মাৰ্কা লৈ আহো ।

[ নেপথ্যৰ পৰা আৰু এটি নতুন মদৰ বটল আনে ]

## মইনাৰ নৃত্যগীত

তুমিতো নাজানা প্ৰিয়
কত আশা গানে গানে ।
কত নিশা উজাগৰে
ছবি আঁকো মনে মনে ॥
কত আশা কত ভাষা
হিয়াৰ হিয়াতে গথা— ।
আহা আহা প্ৰেমৰ কুমাৰ
হানে হিয়া প্ৰেম বানে ॥

বিপুল—এটি জৰুৰী কামৰ কাৰণে তহঁতৰ সাহায্য বিচাৰি আহিলো । তহঁতে হৰিপুৰ গাওঁৰ ৰজত হাজৰিকাক চিনি পাৱনে ?

মিহিৰাম—কোন ৰজত হাজৰিকা মেনেজাৰ চাহাব ?

চতুৰ্ভূজ—অ' ৰজত হাজৰিকা । চিনি পাও ।

মিহি }
গুণধৰ } —কোন—কোন চতুৰ্ভূজ ?

চতুৰ্ভূজ—এদিন জেপকাটি মাত্র আঠ অনা পইচা যে পাইছিলো।

মিহিৰাম }
গুণধৰ } —অ' অ' সেইজন ?

বিপুল—তাক খুন কৰিব লাগে। পাৰিবিতো। পাচ শ টকা পুৰস্কাৰ পাবি।

মিহিৰাম—সেই নব মনিচটোক খুন কৰা একো কথাৰ কথাই নহয়। তাতোকৈ কিমান প্ৰতাপী মানুহক জীৱনান্ত কৰি টকা লুট কৰিলো তাৰ ইয়ত্তা নাই। মানুহজন কিন্তু বৰ গুণী আৰু সাধু স্বভাবৰ বুলি শুনিছো।

বিপুল—সাধু অসাধুৰ প্ৰশ্ন মই সোধা নাই। সি মোৰ ঘোৰ শত্ৰু। তাক খুন কৰিব লাগে। পাৰিবিতো ?

চতুৰ্ভূজ—আপোনাৰ এটি ইঙ্গিতত কিমান মানুহক কাটি নদীত পেলাই দিছো আৰু সি এটা নগণ্য প্ৰাণী।

বিপুল—এইয়া ল দুইশ টকা। কাম সমাধা হলে আৰু পাবি। কিন্তু অতি শীঘ্ৰে কাৰ্য্যোদ্ধাৰ কৰিব লাগিব।

তিনিজনে—সেইটোৰ কাৰণে কোনো চিন্তা নকৰিব।

বিপুল—[ স্বগতঃ ] মানুহে কয় টকাৰে কৰিব নোৱাৰা কাম জগতত একো নাই। চাওঁচোন টকাৰ দ্বাৰাই মোৰ



শত্ৰু নিপাত কৰি চিৰ বাঞ্ছিত গোলাপ কুসুম লভিব পাৰোনে নোৱাৰো। ৰজত! মোৰ অন্তৰত তই জিকুৰা জুই জ্বলাইছ, সেই জুইৰেই তোৰ মুখাগ্নি কৰিম। যম সদৃশ গুন্দাহতৰ হাততেই তোৰ মৃত্যু অনিবাৰ্য্য। বীণাক বিয়া কৰাই যথা সম্পত্তিৰ বাবে দৰকাৰ হলে চৌধুৰীকো গুপ্ত ঘাটকৰ দ্বাৰা হত্যা কৰাম। অহ্ কি আনন্দ।

[ ফুটাই ] আহিলো ভাইহত। আজৰি সময়ত আকৌ আহিম। আহিলো দেই মইনা।

মইনা—ভাল। মাজে সময়ে দৰশন দি থাকিব। আমালৈ নাপাহৰিব।

বিপুল—বাৰু। কালিলৈ তোৰ কাৰণে এটি ভাল বস্তু আনিম। ( প্ৰস্থান )

[ গুন্দাবোৰেও সাজি কাচি ওলায়।

মিহিৰাম—মইনা! আমিও এতিয়া মানুহ চিকাৰ বিচাৰি যাও। এইয়া ল একশ টকা। পঞ্চাশ টকা তোৰ আৰু বাকী পঞ্চাশ টকাৰ ভাল মদ আনিবি দেই।

চতুৰ্ভূজ—বুকৰে মইনা। মোক নাপাহৰিবি দেই।

মইনা—তোকনো মই পাহৰিব পাৰোনে ?

গুণধৰ—মইনা! তই মোক সচাকৈ ভাল পাৱ নহয়নে ?

মইনা—তই যে মোৰ কাণৰ কেৰু।

মিহিৰাম—আৰু মোক ?

মইনা—তোক নেদেখিলে মই থাকিবই নোৱাৰো। আহিলো এতিয়া। [প্ৰস্থান]

[গুন্দাবোৰে ডকাড়িয়া চৰঞ্জামবোৰ ঠিক কৰি লয়]

মিহিৰাম—জেপ কটা সৰু কেচিখন লৈছনে?

চতুৰ্ভূজ—লৈছো—লৈছো। বল এতিয়া।

গুণধৰ—ৰজতক পালে তাকেই আগতে কুৰ্ব্বানি কৰিম। বল বল।

[সকলোৰে প্ৰস্থান]

দৃশ্য পট—

## দ্বিতীয় দৰ্শন

### —কিৰণ চৌধুৰীৰ বৈঠকখানা—

[কিৰণ, গোবিন্দ, বংশী, পানীমল]

[কিৰণ চৌধুৰীয়ে দীঘল নলী লগোৱা হুকাৰ ধোঁৱা খোৱাত ধপাত হুপি অকলে চিন্তা কৰি থাকে]

কিৰণ— কুকুৰক লাই দিয়া অনুচিত। সিহঁতক লাই দিলে মূৰতে উঠেগৈ। বীণায়ো দেখো ৰজতৰ লগতেহে সদায় মিহলি হৈ থাকে। ৰজতক এই ভাবে মোৰ ঘৰত ৰখা মোৰ নিজৰেই অন্যায় হৈছে বুলি বিবেচনা হয়। কেতিয়াবা সৰ্ব্বনাশ কৰিব পাৰে। নহয়—বীণাৰ বয়স হৈছে। তাইৰ শুভপৰিণয়ৰ



শীঘ্ৰে বন্দবস্ত কৰিলেই লেঠাৰ ওৰ পৰে। কিন্তু বিপুল বীণাৰ লগত মিল খাবনে? বোধ হয় বেয়া নহব। বিপুল বিলাত ফিৰং, স্বাস্থ্যবান, সুশ্ৰী।

[গোবিন্দৰ প্ৰবেশ]

গোবিন্দ—মোৰ প্ৰণাম লওঁক। চাউলবোৰ আঠত্ৰিশ টকাকৈ সাগৰমল মাৰোৱাৰীয়ে লব খোজে। মোৰ মতে এই সুবিধাতে বিক্ৰী দিয়া বেয়া নহয়।

কিৰণ—আকালে যেনেকুৱা ভীষণাকৃতি ধাৰণ কৰিছিল ইমান সোনকালে সাম্যতালৈ অহা উচিত নাছিল। চাউলৰ মূল্য পঞ্চাশ টকালৈ হোৱা দৰকাৰ আছিল। বাৰু; এতিয়া আমাৰ কিমান লাভ হব গোবিন্দ!

গোবিন্দ—লাভৰ টকা হিচাপ কৰি চাইহে আপোনাৰ ওচৰলৈ আহিছো।

[জেপৰ পৰা সৰু বহী এটি উলিয়াই] লাভ হয়, দুই লক্ষ্য, দুই হাজাৰ, পাচশ, পঞ্চাশ টকা।

কিৰণ—[ঈষৎ হাঁহি] নিচেই কম লাভ নহয়। তেন্তে বিক্ৰীৰ ব্যৱস্থা কৰাগৈ

গোবিন্দ— ভাল [প্ৰস্থান]

কিৰণ— [চিন্তা কৰি] দুই লাখ দুই হাজাৰ পাচ শ পঞ্চাশ টকা। হাঃ হাঃ হাঃ কিন্তু আৰু লাগে—আৰু লাগে।

[পানীমলৰ প্ৰবেশ]

পানীমল—এজন মানুহে হুজুৰৰ লগত সাক্ষাতৰ বাবে বাহিৰত অপেক্ষা কৰিছে। নাম বংশী শইকীয়া।

কিৰণ— কোন বংশী শইকীয়া? আহিবলৈ দে।

পানীমল— ভাল হুজুৰ।

(সেৱা জনাই প্ৰস্থান আৰু বংশীৰ প্ৰবেশ)

বংশী— মোৰ প্ৰণাম গ্ৰহণ কৰ'ক। মোৰ নাম বংশীধৰ শইকীয়া।

কিৰণ— কি লাগে তোমাক?

বংশী— এনেয়ে আহিলো দেউতা। মই ৰজতৰ মহায়েক হওঁ নহয়।

কিৰণ— অ' তেন্তে দৰকাৰ একো নাই?

বংশী— মই বৰ গৰিব দেউতা। কোনোমতে দিন গৈ আছে। ধাৰ ঋণ কৰিহে কোনো প্ৰকাৰে ৰজতক বি,এ, টো পাছ কৰাইছো।

কিৰণ— ভাল কথা।

বংশী— পিছে দেউতাই দায় দোষ নধৰিলে এটা গোহাৰী জনাওঁ বুলি আহিলো।

কিৰণ— বুজিলো। সহায্য লাগে।

বংশী— সাহায্য দেউতাই কৰিয়েই আছে। কিন্তু দেউতাই দুখীয়া বুলি ঘিণ নকৰিলে এইফেৰা সাহায্যও হৈ যায়। মইও ৰক্ষা পৰো।

কিৰণ— পেংলাই নকৰিবা শীঘ্ৰে কোৱা নহলে গুছি যোৱা



বংশী— দেউতা। ৰজতৰ মাহিয়েকৰে বৰ ইচ্ছা যে ৰজতৰ বিয়াখন সমাধা কৰে। আচলতে ঘৰৰো কাম কাজ এক প্ৰকাৰ নচলা হৈ আহিছে।

কিৰণ— তেন্তে বিয়া পাতিলেই হয়। মোক সোধাৰ দৰকাৰ কি?

বংশী— দেউতা! আপোনাক নুসুধিলে চলে কেনেকৈ? আপুনিয়েই দৰা কন্যা দুয়োৰো মালিক।

কিৰণ— তাৰ অৰ্থ? মই একো বুজা নাই! স্পষ্টকৈ কোৱা।

বংশী— দেউতা! ৰজত কোনো বিষয়তে কেঁচা লৰা নহয়। আপুনিতো জানেই। এতিয়া মোৰ সবিনয় নিবেদন..................

কিৰণ— কি?

বংশী— তদুপৰি বীণাই ৰজতক বৰ ভাল পায় দেউতা।

কিৰণ— [ক্ৰোধান্বিত হৈ] কি কলি পাষণ্ড? সাপৰ নেজত ধৰিব খুজিছ? বাউনা হৈ আকাশ চুবলৈ আহিছ? ভালে ভালে বাহিৰ হৈ যা। নহলে........।

বংশী— কথাটো কোৱাত দোষ হ'ল নেকি দেউতা?

কিৰণ— পানীমল। পানীমল। [পানীমলৰ পুনঃ প্ৰবেশ]

পানীমল—হুজুৰ।

কিৰণ— এই বদ্মাচক কাণত ধৰি বাহিৰ কৰি দে।

বংশী— দোষ মাৰ্জ্জনা কৰক দেউতা।

কিৰণ— কি চাই আছা? লৈ যা উল্লুক।

(পানীমলে বংশীৰ কানত ধৰি ৰাখিবলৈ তানে)

বংশী— কাণত দুখ পালো ঐ। ক্ষমা কৰক দেউতা। ক্ষমা কৰক দেউতা।

(পানীমলে বংশীৰ কাণত ধৰি টানিলৈ প্ৰস্থান)

কিৰণ— অ' তলে তলে ইমানলৈ শিপাইছেগৈ। কথা বিষম হৈছে। এই মাহতেই বীণাৰ বিবাহ বিপুলৰ সৈতে বন্দবস্ত কৰোঁগৈ। নহলে ভবিষ্যত বেয়া হবও পাৰে। ইহতে নো কি সাহেৰে মোৰ ওচৰলৈ আহে নাজানো। যিমানবোৰ ছয়তানৰ দল সকলো গোট খায় হি মোৰ ঘৰত।

—দৃশ্যপট—

## তৃতীয় দৰ্শন

### —নদীৰ পাৰ—

[ৰজত, বীণা, বিপুল, গুণ্ডাবোৰ]

[বীণা আৰু ৰজতে বিয়লি বেলিকা নদীৰ পাৰে পাৰে ফুৰি থাকে]

ৰজত—আহোতে আহোতে বহুদূৰ আহিলো বীণা। সন্ধ্যাও হ'ল। উলটি যাওঁগৈ বলা।

বীণা— ৰবচোন। নদীৰ পাৰৰ মলয়া বতাহ খিনি মোৰ বৰ ভাল লাগিছে। সৌ মাৰ যাওঁ যাওঁ হোৱা



পশ্চিমৰ বেলিটো চাওঁকচোন! কেনে ধুনীয়া, কেনে মনোমোহা। পশ্চিম আকাশখন কেনে সোণবৰণীয়া হৈছে। তাৰেই কেঁচাসোণ যেন আলোক দিগন্তলৈ বিয়পিছে।

ৰজত—বীণা!.........

বীণা— আৰু চাওঁক ৰজতদা। নদীৰ পানীবোৰ দেখিবলৈ কেনে বিতোপন হৈছে। যেন অলেখ দূৰত থকা অস্তপ্ৰায় বেলিটোৱে তটিনীক শেষবাৰ চেনেহ বিলাইছে। আৰু সৌ পাহাৰ খন চাওঁকচোন...।

ৰজত—বীণা। তুমি অসমৰ নামজ্বলা মহিলা কবি হবা যেনহে লাগিছে।

বীণা— অসমৰ প্ৰাকৃতিক দৃশ্য বিশ্বৰ জেউতি স্বৰূপ। গতিকে কবিতাৰ ঢৌ উঠা একো আচৰিত নহয়। কিন্তু আপোনাৰ দৰে স্বদেশ প্ৰাণ আৰু সমাজ সেৱক হব পাৰিলেহে লাভ আছিল। ৰজতদা। অলপ সময় এই ওখ ঠাই ডোখৰতে অলপ বহো আহক। আহক ৰজত দা।

ৰজত- সন্ধ্যাহে আহিল বীণা!

[হুমুনিয়াহ কাঢ়ি] বেজাৰ নোপোৱা যদি এটা কথা কব খোজো বীণা।

বীণা— কিনো বেজাৰ পাম। কওক! কি কথা?

ৰজত— শুনা বীণা। আজি কালিকৈ তোমাৰ যথেষ্ট বয়স

হ'ল। তুমি নগৰৰ ধনীৰ ঘৰৰ আধুনিক শিক্ষিতা হলেও ইমান মুকলি মূৰীয়া ভাবে থকা মই পছন্দ নকৰোঁ।

বীণা— সেইটো বুজো। আপোন ভালেই জগৎ ভাল। আমিতো কোনো অসৎ উদ্দেশ্যৰে ইয়াত বহি থকা নাই। নাৰীহল বুলিয়েই যে সদায় ঘৰৰ এচুকত পৰ্দ্দাৰ আড়ত লুকাই থাকিব লাগিব তাৰ কোনো অৰ্থ নাই। নাৰীক আপোনালোকে ইমান আলসুৱা ইমান দূৰ্ব্বল ভাবি সন্দেহৰ কটকটীয়া আইনেৰে বান্ধি থোৱা জানো যুগুত? আপুনি নেজানেনে? অসম চানেকি মহাসতী বীৰঙ্গনা ৰাধা ৰুক্মিণীয়ে স্বদেশ ৰক্ষাৰ্থে যুদ্ধ কৰিছিল। জয় লাভ কৰিছিল।

ৰজত— সেইটো সঁচা। কিন্তু আজিৰ সমাজক এৰি থৈ তুমি একে ৰাতিয়েই ঘৰৰ চালৰ ওপৰত উঠিব খুজিলে পিচলি পৰিবা বীণা।

বীণা—আপুনি তেন্তে ৰক্ষণশীল দলৰ মানুহ?

ৰজত—বীণা! আজিৰ নাৰীসমাজ অন্ধকাৰত ডুব খাই আছে অকলে তুমি শিক্ষিতা হলে নচলিব তোমাৰ দৰে প্ৰত্যেক নাৰীয়েই শিক্ষাৰ পোহৰলৈ আহিব লাগিব। সিহঁতক তোমালোকেই আগুৱাই আনিব লাগিব। নহয় নে বাৰু?

বীণা - তৰ্কত আপুনি অপৰাজেয়। অ' পাহৰিছোঁ, আমাৰ দেশৰ বৰ্ত্তমান স্বাধীনতা সমন্ধে কালি এখন সভা



হব। মোক বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰিছে। এই সমন্ধে দুটামান মোক টোকা দিয়কচোন। সভাত বক্তৃতা দিয়া মোৰ অভ্যাসেই নাই তদুপৰি বক্তৃতা দিবলৈ উঠিলে সকলো পাহৰি যাওঁ।

ৰজত— ৰাতি হৈ আহিল বীণা বাৰু চমুকৈ অলপ কওঁ শুনা গণস্বাধীনতা আৰু নৈতিক স্বাধীনতাই হৈছে— পবিত্ৰ আৰু প্ৰকৃত স্বাধীনতা। কিন্তু দেশ যদিও আজি স্বাধীন—সুবিধা সকলোৱে সমভাৱে ভোগ কৰিব পোৱা নাই। এফালে ধনীৰ ধন যেনেকৈ বাঢ়িছে আনফালে দুখীয়াৰ দুখ তেনেকৈ বাঢ়িছেহে। স্বাধীনতাৰ সাৰমৰ্ম্ম হৈছে—সকলোৱে আত্মনিৰ্ভৰশীল হৈ ক্ষমতাৰ অপব্যৱহাৰ বন্ধ কৰিব লাগিব। নিৰক্ষৰতা দূৰ কৰি জাতিধৰ্ম্ম নিৰ্ব্বিশেষে ইজনে সিজনক ভাই ভাই বুলি বুকুত সাবটি লব লাগিব। হিংসা, স্বাৰ্থপৰতা, গৰ্ব্ব, অহঙ্কাৰ সকলো পুৰি, ছাই কৰি, নাৰীপুৰুষ সকলোৱে মহামানৱ মহাত্মাৰ অত্যুজ্জল পথত আগুৱান হব লাগিব—স্বদেশ সেৱা কৰিব লাগিব।

(ৰজতৰ কথা শেষনোহওতেই চুপি চুপি বিপুলে গুন্দাইতক লগতলৈ আহি ৰজতক মাৰিবলৈ ইঙ্গিত দিয়ে। গুন্দাইতৰ দুজনে লাঠি আৰু এজনে হাতত ছুৰীলৈ ৰজতক মাৰিবলৈ উদ্যত হয়। হঠাতে পদশব্দ শুনি ৰজতে কোনবুলি মুখ

বুৰাই চোৱাৰ লগে লগে সিহঁতে তৎক্ষণাত আঘাত কৰি প্ৰস্থান কৰে )

ৰজত— আহ্ ! বীণা ! মৰিলো । ( জ্ঞানহীন হৈ পৰি যায় । )

বীণা— ৰজত দা ! ৰজত দা ! আপোনাৰ কি হ'ল । মূৰফালি তেজৰ নৈ বৈ গ'ল । কোন আছা । কোন আছা ।

( নিজৰ চাদৰৰ একাণ ফালি ৰজতৰ মূৰটো বান্ধিবলৈ উদ্যত )

——দৃশ্যপট——

# চতুৰ্থ দৰ্শন

—চৰকাৰী হাচপতালৰ এটি কুঠৰী—

[ ৰজত, বীণা, গোবিন্দ, কিৰণ ]

[ এখন লোহাৰ খাটৰ ওপৰত ৰজত জ্ঞানহীন হৈ শুই আছে আৰু তেওঁৰ মূৰ শিতানৰ ওচৰতে এখন সৰু মেজৰ ওপৰত ঔষধৰ বোটল বুটামান আৰু অন্যান্য ৰোগী শুশ্ৰূষাৰ দৰকাৰী বস্তু আছে । ৰজতৰ মূৰত, বুকুত আৰু হাতত বেন্দেজ বন্ধা আছে । বীণাই বিছনাৰ একাষে বহি চলচলিয়া চকুৰে একধ্যানে ৰজতৰ মুখলৈ চাই আছে এনেতে ঘড়ীত ঢং ঢং কৈ পাচটা বাজে ।

[ চৰকাৰী ডাক্তাৰৰ প্ৰবেশ ]



ডাক্তাৰ—জয়হিন্দ্ শ্ৰীমতি বীণা দেৱী ।

বীণা— [ গম্ভিৰ ভাবে ] জয়হিন্দ্ ডাক্তাৰ চাহাব । ডাক্তাৰ চাহাব ! পাচ বজাত চেতনা আহিব বুলি কৈছিল দেখোন । এতিয়াটো পাচটা বাজি গ'ল ।

ডাক্তাৰ—[ পৰীক্ষা কৰি কৰি ] কোনো ভয় নাই বীণা দেৱী । ক্ষন্তেক পিচতে জ্ঞান পাব । ব্যাকুল নহব চোঁন । [ এটা বড়ী [ pill ] বীণাৰ হাতত দি ] বীণা দেৱী ! চেতনা অহাৰ পিচতেই এই পিলটো ( pill ) খুৱাব আৰু তাৰ পাচ মিনিট পিচতেই মেজৰ ওপৰত থকা এই দৰবটোৰ এদাগ খুৱাব । কোনো ভয় নাই । বাৰু । এঘন্টামান পিচত পাৰিলে মই আকৌ এবাৰ আহিম ।

বীণা—জৰুৰ আহিব ডাক্তাৰ চাহাব ।

ডাক্তাৰ—জয়হিন্দ্

বীণা—জয়হিন্দ্

[ ডাক্তাৰৰ প্ৰস্থান । অলপ পিচতে ৰজতে লাহে লাহে চকু মেলে আৰু চাৰিওফালে চাই আচৰিত ভাব দেখুৱায় ]

বীণা—ৰজত দা ! এতিয়া কেনে পাইছে ।

ৰজত—( আচৰিত হৈ বীণাৰ ফালে ৰ লাগি চাই ) বীণা !

বীণা—এই বড়ীটো খাওকচোন ।

( ৰজতে নিৰুত্তৰ হৈ মুখ মেলে আৰু বীণাই বড়ীটো মুখত পেলাই দিয়ে )

ৰজত—এইখনতো তোমালোকৰ ঘৰ নহয় বীণা।

(হথাতে বুকুৰ ফালে চাই)

মোৰ বুকুত বেণ্ডেজ বান্ধিছা কিয় বীণা! হাতটো বেণ্ডেজ। [মূৰ খেপিয়াই] মূৰতো বেণ্ডেজ!

বীণা— অতি সোনকালে আপুনি আৰোগ্য হব।

ৰজত— সেই নদীৰ পাৰত দুয়ো বহি আছিলোঁ নহয়! তাৰ পিচত ........। তাৰ পিচত ... ... ...।

বীণা— চিন্তা নকৰিব ৰজত দা! আপুনি সকাহ পালে সকলো বুজিব।

ৰজত— [হুমুনিয়াহ পেলাই] বুজিলো ... ... ... কিন্তু মোৰ লগতে তুমি বিয় কষ্ট খাইছা বীণা? ঘৰলৈ যোৱা। তোমাৰ দেউতাই হয়তো ৰোষ কৰিবও পাৰে।

বীণা—ৰজত দা! এই অৱস্থাত আপোনাক অকলে এৰি থৈ কেনেকৈ যাম। এইয়া ঔষধ এদাগ খাওঁক।

[বটলৰ ঔষধ গ্লাচত ঢালি খুৱায়]

ৰজত— বীণা! তুমি মোক অতিকৈ ভাল পোৱা নহয়নে?

বীণা— ভালপাই আপোনাক কোনখন স্বগতনো তুলি থৈছো! মোৰ কাৰণেহে আপোনাৰ এই অৱস্থা হ'ল

ৰজত—বীণা! মই জানো। তুমি মোক অতিকৈ ভাল পোৱা। কিন্তু ইয়াৰ কাৰণে দায়ী কোন?

বীণা—(অৰ্থ নুবুজি ৰজতৰ মুখৰ ফালে চাই থাকে)



ৰজত—আভিজাত্য গৰ্ব্বী ধনীৰ ঘৰত লাহ বিলাহত ডাঙৰ হৈছা তুমি—গাওঁৰ আবৰ্জনাৰ মাজত থকা দীন হীন গৰিব মই। ধনী আৰু গৰিবৰ মিলন ভগৱানেও সহ্য নকৰে বীণা। তুমি যোৱা বীণা! নহলে তোমাৰেই বিপদ!

বীণা—(চকুলো টুকি) মনে মনে থাকক আপুনি। ৰোগ বেছি হব পাৰে; (স্বগতঃ) নাজানো। মোৰ অকণি হিয়াৰ কোন এচুকত লুকাই আছে কাৰ অমূল্য দান, কাৰ চেনেহৰ নিজৰা, জীৱনৰ কিমান আশা, আকাংক্ষা।

(বহুপৰলৈ দুয়ো দুয়োৰো ফালে চাই থাকে। এনেতে নিৰবতা ভেদি কিৰণ, বিপুল, আৰু গোবিন্দৰ প্ৰৱেশ)

বিপুল—মই নকৈচোনে? কাৰ ঘৰলৈ কেতিয়া সিন্ধি দিবলৈ গৈ মহাপ্ৰভুৰ এই অৱস্থা হৈছে।

(কিৰণলৈ চাই) আপুনিটো বিশ্বাসেই নকৰে। কিন্তু সত্যক কোনেও লুকাই ৰাখিব নোৱাৰে।

কিৰণ—সি চোৰ, ডকাইত যিয়েই নহওঁক মোৰ কি? কিন্তু মোৰ আজলী ছোৱালীটীক নষ্ট কৰিবলৈ সি কোন?

গোবিন্দ—কিৰণ চৌধুৰীৰ দাৱাই এতিয়াও গলত পৰা নাই নহয়, দাৱাই পৰিলেহে তিতা নে কেহা বুজি পাব।

ৰজত—বীণা! মই কোৱা কথা সত্যনে?

বীণা—(কান্দি) মইতো কোনো দোষণীয় কাম কৰা নাই ৰজত দা। দেউতা............!

কিৰণ—কিহৰ দেউতা ! তুমি মোৰ মান গৌৰব জাতিকুল সবাকো বিলুপ্ত কৰিবলৈ উদ্যত হৈছা বীণা ! মানুহে শুনিলে কব কি ?

বিপুল—অভদ্ৰ, বৰ্ব্বৰ, গৰুচোৰ এটাৰ লগত তুমি এইবোৰ কি মিতিৰ কুটুম পাতিছা বীণা ?

বীণা—সাৱধান বিপুল দা, অভদ্ৰ, বৰ্ব্বৰ, গৰুচোৰ আপুনি. মুখ চাম্ভালি কথা কব।

গোবিন্দ—ছোৱালী দেখিছো তলে তলে পকি গৈছে। এতিয়া মজিবলৈহে বাকী।

বিপুল—(উত্তেজিত ভাবে চৌধুৰীলৈ চাই) কি চাই আছে ? এইবোৰ আপোনাৰেই দূৰ্ব্বলতা।

ৰজত—বীণা। মোৰ অনুৰোধ—তুমি মোৰ কাষলৈ আৰু নাহিবা।

বীণা—কিয় ? কিয় ? মই কি দোষ কৰিছো ৰজত দা! হায় ! ধনীৰ ঘৰত জন্ম নলৈ যদি দুখীয়াৰ পজাত জন্মিলো হেতেন !

কিৰণ—বীণা ! ভালে ভালে কৈছো। এতিয়াই, এই মুহূৰ্ত্তে ইয়াৰ পৰা গুচি যোৱা। ৰজত ! আকৌ যদি বীণাক তোৰ লগত দেখো তেন্তে তোৰ মৃত্যু অনিবাৰ্য্য জানিবি। আহা বীণা !

বীণা—আপোনালোক যাওক। মই অকলে যাম।

কিৰণ—দুষ্টা ছোৱালী। বল ! বল !! বল !!!

(চৌধুৰীয়ে বীণাৰ হাতত ধৰি টানি নিবলৈ ধৰে)



ৰজত—ওঃ (অজ্ঞান হৈ পৰে)

বিপুল—জোৰকৈ নাটানিবচোন। কষ্ট পাব। আহা বীণা ! মোৰ লগত আহা।

(বীণাক লৈ সকলোৰে প্ৰস্থান)

—দৃশ্য পট—

# পঞ্চম দৰ্শন

—কিৰণ চৌধুৰীৰ দালানৰ এটি নিৰ্জ্জন কুঠৰী—

সখীসকল, বীণা, কিৰণ, গোবিন্দ, পানীমল, বিপুল, বৰযাত্ৰীসকল

[বীণাই এখন পালেঙ্গত বহি অতি আকুল ভাবে ৰজতৰ এটি ছবি চাই থাকে। চকুৰেদি অশ্ৰু নিজৰা বৈ যায়। এনেতে বীণাৰ সখী সকল প্ৰৱেশ কৰা গম পাই সাৱধান হয়। বীণাক কইনা সজোৱা কাপোৰ আৰু সৌন্দৰ্য্য সম্ভাৰ লৈ সখীসকলৰ প্ৰৱেশ।

[সখী সকলৰ গীত]

সখীৰ আজি বিয়া বিয়া—
আনিছো আমি সৌন্দৰ্য্য সম্ভাৰ
সখীক পিন্ধাই দিয়া, দিয়া—
সখীৰ আজি বিয়া ॥
পাটৰে ৰিহা, পাটৰে মেখেলা
তাতে ৰং সেউজীয়া

উজলি উঠিব ভৰা যৌৱন
দবাৰ জুৰাব হিয়া, হিয়া—
সখীৰ আজি বিয়া ॥

বীণা—যোৱা সখী! মোক আমনি নকৰিবা!

সখী সকল—আমনিহে কৰিছো; ৰবা তেনেহলে।

[ গীত ]

ওৰণি ল লাজুকী সখীটী অ
আহিছে নিলাজী পবন
চুমিব তোৰে যৌৱন
সখীঅ, চুমিব তোবে যৌৱন
গোপনে মেলিবা প্ৰেম সফুৰাটী
মিলাবা হিয়াতে হিয়া, হিয়া—॥
সখীৰ আজি বিয়া ॥

১ম সখী—উঠা সখী! এইয়া—চোৱা, তোমাক কইনা সজাবলৈ পাট মুগাৰ কত বকমৰ ধুনীয়া ধুনীয়া কাপোৰ আনিছো।

২য় সখী—আৰু এই বোৰ সোণৰ অলঙ্কাৰ চোৱাচোন মুকুতা জিলিকা দি জিলিকি আছে। উঠা এতিয়া! বিয়াৰ পিচত তুয়োজনে একেলগে কিমান পাৰা কান্দি থাকিবা।

বীণা—[ নিৰুত্তৰ হৈ কোবেৰে প্ৰস্থান কৰে ]

৩য় সখী—এইয়া প্ৰেম নে ভেম। বিৰাগ নে অনুৰাগ সখী?

৪ৰ্থ সখী—তাইৰ পেটৰ কামোৰণি তহঁতে নাজান। গুপুতে গুপুতে কও আহচোন।



[ বীণা যোৱাৰ বিপৰীত ফালেৰে সখীয়েক সকলৰ প্ৰস্থান। অলপ পিচতে বীণাৰ আকৌ প্ৰবেশ ]

বীণা—এতিয়া মোৰ কৰ্ত্তব্য কি? হায় বিধাতা! নাৰী জাতিক কিয় এনে সহায় হীন, মূল্যহীন, স্বাধীনতা হীন কৰি স্ৰজন কৰিছা। জগতত নাৰীৰ মূল্য কি আছে? বিপুল ৰজতৰ কেঞা আঙ্গুলিৰ মূল্যৰো নহয়। হায় মোহান্ধ মানব! তোমালোকে মাত্ৰ ঐশ্বৰ্য্য বিভূতিকেই উচ্চস্থান দিছা। গুণৰ আদৰ আৰু মূল্য উপলব্ধি কৰিবলৈ শিকা নাই। মোৰ ক্ষুদ্ৰ হিয়াৰ নিজান কোণত লুকাই আছে ৰজতৰ ছবি, ৰজতৰ গুণাৱলী, ৰজতৰ বাণী। তেওঁক এৰি বিপুলক বৰণ কৰাতকৈ মৰণ বৰণ কৰাই শ্ৰেয়ঃ। ওঃ সময় যে হৈ আহিল। এতিয়া উপায়?

( উচুপি উচুপি কান্দে এনেতে চৌধুৰীৰ প্ৰবেশ )

কিৰণ—বীণা, বীণা! কৰিছা কি? সিফালে যে তোমাৰ কাৰণে হাহাকাৰ। তোমাৰ সখীহঁতে তোমাক সজাবলৈ বাট চাই আছে। এতিয়াই বৰ আহি পাব যে? কান্দিছা? কিয় কান্দিছা আই? বুজিছো। বুঢ়া বাপেৰক এৰি যাবলৈ টান পাইছা। হয়তো আয়েৰালৈ তোমাৰ মনত পৰিছে। কিন্তু উপাই নাই। ছোৱালী কৰি তোমাক ঈশ্বৰে জন্ম দিছে যেতিয়া তাৰ ব্যবস্থাও মই কৰিবই লাগিব; মই হে বুজিছো—মোৰ অন্তৰখন উতলা পানীৰ দৰে কেনেকৈ দগ্‌মগাব ধৰিছে।

[ চকুলো মচি দিয়ে ]

বীণা—আপুনি যাওক। মই গৈছো।

[ গোবিন্দৰ বেগেৰে প্ৰবেশ ]

গোবিন্দ—আপুনিও বীণাৰ লগতে কইনা সাজিছে বোধহয়। সিপিনে পাঠক, বৰুৱা—বৰবৰুৱা, দলৈ—বৰদলৈ সকলক মাত বোল দিবলৈকে কেও নাই।

কিৰণ—যোৱা ! যোৱা !! তেওঁসকলক সেই সজ্জিত কোঠাত বহিবলৈ দিয়া। মই গৈছোঁ।

গোবিন্দ—ভাল কথা। কিন্তু এইবোৰ কৰে কোনে ? কইনাৰ উপহাৰ বোৰ সজাই থব লাগে। বৰক উছৰ্গাত দিও বোলা মটৰ-কাৰ খন অনাব লাগে। ভাৰীহঁতক পইচা দিব লাগে। এজন মানুহে সকলো পিনে কেনেকৈ তাল ৰাখোঁ। আপুনি যি কৰে কৰক মই আহিলো।

[ কিছুদুৰ গৈ উলটি আহি ]

অ' আকৌ এহাজাৰ টকা দিয়কচোঁন।

কিৰণ—আৰু কিয় ?

গোবিন্দ—কিগান ৰকমৰ দৰকাৰ হব পাৰে। হাতত অলপ ৰখা ভাল।

কিৰণ—[ জেপৰ পৰা পইচা উলিয়াই হিচাব কৰে ]

গোবিন্দ—[স্বগতঃ] এইয়ে সোণালী সুযোগ। এনেকৈ তুপইচা অপহৰণ নকৰিলে গোমস্তাগিৰী কৰি কি লাভ ? বিপুলৰ পৰাও পাচ হাজাৰ টকা কোনোমতে সৰকাইছো। কি আনন্দ।



কিৰণ—এইয়া লোৱা এহাজাৰ।

গোবিন্দ—[টকা লৈ] আপুনি আহক। মই আহিলোঁ। [প্ৰস্থান]

কিৰণ—আহা বীণা ! শীঘ্ৰে আহা। [পানীমলৰ প্ৰবেশ]

পানীমল—[প্ৰণাম জনাই] হুজুৰ দেঢ় মোণ ৰসগোল্লা, তিনি-মোণ জিলাপি, আৰু ছাৰে তিনিমোণ ৰাজভোগ আকৌ অনা হৈছে। দোকানদাৰে পইচাৰ কাৰণে............।

কিৰণ—[খঙেৰে] তইঁতে মোক বাৰে বাৰে জুলুল নকৰিবি। গোবিন্দৰ পৰা লগৈ।

পানীমল—হুজুৰ ! তেখেতৰ হাতত নাই বুলি কৈছে।

কিৰণ—কি মুস্কিল ! এতিয়া দুশ টকা ল। বাকী পিচত দিম।

পানীমল—এই সুযোগতে পাই পইচাটো উলিয়াব নোৱাৰিলে কুৰিটকীয়া চৌকিদাৰী কৰি লাভ কি ? [প্ৰস্থান]

কিৰণ—শীঘ্ৰে শীঘ্ৰে তৈয়াৰ হোৱা বীণা ! আহা !

[ গোবিন্দৰ পুনঃ প্ৰবেশ ]

গোবিন্দ—এতিয়াই বৰ আহি পাব। আপুনি ইয়াত কৰে কি ? আপোনাৰ কাৰণে সেইপিনে..............

[ পুনঃ পানীমলৰ প্ৰবেশ ]

পানীমল—বৰবাবু ! আপোনাক মাতিছে। [প্ৰস্থান ]

গোবিন্দ—যি কৰে কৰক। মই আৰু নোৱাৰোঁ। [বেগেৰে প্ৰস্থান]

কিৰণ—বীণা ! তুমি মোৰ নাক-কাণ নাকাটিবা। আহা এতিয়াই। [প্ৰস্থান]

[দূৰৈত বৰযাত্ৰীৰ কোলাহল আৰু বাদ্যবাজনা বাজি উঠে]

বীণা—উঃ ভগৱান্ ! এতিয়া কি কৰোঁ ? মোৰ কি হ'ল। [ৰজতৰ ছবি ব্ৰাউজৰ পৰা উলিয়াই] ৰজত ! ৰজত ! তোমাক যে মোৰ মন প্ৰাণ শপি দিছো। [অলপ ভাবি] বাকু ভাগ্যত যি আছে সেয়েই হব। তাকেই কৰোঁ।

—পটপৰিবৰ্ত্তন—

**কিৰণ চৌধুৰীৰ ঘৰৰ সম্মুখ**

ধুনীয়াকৈ বৰসাজি বৰযাত্ৰীৰে সৈতে চৌধুৰীৰ ঘৰৰ সন্মুখত বিপুলক দেখা যায় ঘৰৰ সন্মুখত আতচ বাজী মাৰিছে। সকলোৰে আগত ঢোল, খোল, পেপা, তাল ইত্যাদি বজাই ঢুলিয়া-খুলিয়াবোৰ আছে বৰযাত্ৰীৰ শোভা বৰ্দ্ধন আৰু সন্মানাৰ্থে মাজে মাজে দুই এটাকৈ হিলৈ ফুটাইছে। ইত্যাদি ইত্যাদি……কিছু সময়ৰ পাচত বৰযাত্ৰী সকল ভিতৰলৈ প্ৰস্থান কৰে।

—পটপৰিবৰ্ত্তন—

আগৰ কুঠৰীতে বীণাক দেখা যায়। বীণাই মতা মানুহৰ দৰে মূৰত টুপী, গাত ওভাৰকোট ইত্যাদি পিন্ধি চোলাৰ বোতাম মাৰি থকা দেখা যায়। হাতত এটি টৰ্চলাইট লৈ বীণাই নিজকে এবাৰ ভালকৈ চাই লয়।



বীণা—[স্বগতঃ] মোক এতিয়া কোনোবাই মাইকীমানুহ বুলি চিনি পাবনে ? এই অন্ধকাৰ নিশা নিশ্চয় কোনেও চিনি নাপায়।

(বিছনাৰ মুৰশিতানৰ পৰা এখন ছুৰী উলিয়াই লৈ এবাৰ একধ্যানে ছুৰীলৈ চাই)

জীৱনৰ কাঁইটীয়া বাটেৰে অগ্ৰসৰ হবলৈ তুমি হবা মোৰ সহায় সাৰথি—একমাত্ৰ সম্বল। হে প্ৰভূ ! মোৰ সহায় হোৱা।

(চাৰিওফালে এবাৰ ভালকৈ চাই প্ৰস্থান)

## ষষ্ঠ দৰ্শন

**—নগৰৰ আলিবাটৰ এছোৱা—**

(গুণ্ডাসকল, বাটকৰা, বীণা, বিপুল, গোবিন্দ, কিৰণ, দাৰোগা)

(গুণ্ডাসকলৰ প্ৰবেশ)

মিহি—কিৰণ চৌধুৰীৰ জীয়েকৰ আজি বিয়া। ওৰে নিশা এই বাটেৰে মানুহ অহা যোৱা কৰিব। আজিয়েই আমাৰ সুৱৰ্ণ সুযোগ। ভদ্ৰলোক অহা যেন পালেই দুয়ো কাজিয়া কৰিবি আৰু মই এক্ৰবাই দিয়া ভাওঁ ধৰিম। বুজিছ !

চতু—ইতিমধ্যে……..

গুণ—হাঃ হাঃ হাঃ। কি মৌজ ! কি আনন্দ !

মিহি—[ইফালে সিফালে চাই ] চুপ্ চুপ্। এজন মক্কেল আহিলেই। স্ফূৰ্ত্তি কৰ এতিয়া।

( চতুৰ্ভূজ আৰু গুণধৰে মিছাকৈয়ে কাজিয়া আৰম্ভ কৰে )

চতু—হেৰৌ পামৰ মই তোৰ আজি জান লৈহে এৰিম। টকা দিম দিম বুলি এবছৰ ফাকি দিলি বদ্‌মাচ্‌ আজি সাৰিবি কত ? ন ঘৈণীৰে সৈতে বাকী কৰি সেৱে সেৱে দৈ গাখীৰ খাব পাৰ। পইচা দিবলৈ জ্ঞান নাই।

গুণ—কিহৰ পইচাৰে—কিহৰ পইচা ? তোৰ পোক লগা দৈ খাই মোৰ ন ঘৈণী মৰিল তাৰ ক্ষতি পূৰণ তই দিবিনে

মিহি—( একৰাই দিয়া ভাও ধৰি ) তহঁতে অসভ্য বৰ্ব্বৰৰ দৰে ৰাজ আলিত যুদ্ধধন পাতিলি কিয় ? এৰি দে, এৰি দে!

চতু—এৰি দিয়া মোক। পইচাৰ জ্বালা বৰ জ্বালা।

গুণ—মোক নধৰিবা। পাটিমূতুৰাক পচলা কুটা দিওঁ।

( এনে অবস্থাতে বাটকৰা এজনৰ প্ৰবেশ]

মিহি—হেৰি ডাঙৰীয়া! অলপ সহায় কৰক। নহলে এই জন্তু দুটাৰ জীৱনান্ত হয়।

বাট—( দুইঁতৰ মাজত সুমাই) ৰাম, ৰাম, ৰাম ৰাম। কাজিয়া নকৰিবা। কাজিয়া নকৰিবা।

চতু—এৰি দিয়ক।

গুণ—মোক নধৰিব।



মিহি—হৈছে। হৈছে। মানুহে বেয়া বুলিব।

( বাটকৰা আৰু মিহিৰামে সিহঁত দুয়োকো দুফালে টানি নিয়ে কিন্তু ইতিমধ্যে মিহয়ে বাটকৰাৰ টকাৰ বেগটো জেপৰ পৰা চুৰ কৰে )

চতু—আপুনি নধৰা হলে তাক যমৰ দক্ষিণ দুৱাৰ দেখালোঁ হয়।

গুণ—মোৰ শহুৰ ঘৰৰ আগৰে তই নাযাবিনে ? তেতিয়াই······

বাট—স্বাধীন দেশৰ নাগৰিক হৈ বাটে পথেও হাই কাজিয়া কৰানে ? কাজিয়া নকৰিবা। ৰাম ৰাম ৰাম ৰাম। আহিলোঁ এতিয়া।

মিহি—ভাল। বৰ সহায় কৰিলে। ( বাটকৰাৰ প্ৰস্থান )

[ভেঙ্‌চালি কৰি] স্বাধীন দেশৰ নাগৰিক হৈ বাট পথেও কাজিয়া কৰানে ? ৰাম ৰাম ৰাম ৰাম।

তিনিও—হাঃ হাঃ হাঃ

চতু—কি পালি অ’ ?

মিহি—চাও ৰবিচোন। তহঁতৰ কপালৰ জোৰ কিমান।

( বেগৰ পৰা টকা উলিয়াই লেখি চাই ) ভায়াহঁত ! মাত্ৰ দহ টকা সাত অনা দুই পইচাহে আছে। যিয়েই গুওক। দুই বটল বিলাতী মদৰ দাম।

তিনিও—হাঃ হাঃ হাঃ

মিহি—[ ইফালে সিফালে চাই ] চুপ্ চুপ্। আকৌ এজন চাহাব মক্কেল আহিছে। লগা লগা ! সোনকালে।

( চতুৰ্ভূজ আৰু গুণধৰে আকৌ কাজিয়া কৰে )

চতু—বাপেৰক চিনি পোৱা নাই নহয় ? লম্পটৰ চূড়ামণি! আজি যমৰ হাতত পৰিছ তই । মোৰ লক্ষ্মীৰূপিণী মহাসতী তিৰুতাক ফুচুলাই ফুচুলাই নষ্ট কৰিলি।

গুণ—হেৰৌ চুলুং ! তোৰ তিৰুতা যদি মহালক্ষ্মী মহাসতীয়েই হয় তেন্তে মই ফুচুলাই কি কৰিব পাৰোহোঁ । আজি হয় তই মৰিবি—নহয় মই মৰিম ।

মিহি—ৰাজ আলিত কুৰুক্ষেত্ৰখন পাতিলি কিয় ? বাক কালিলৈ মেল মাতিম । কাজিয়া এৰ ।

[কাজিয়া একুৰাই দিয়া ভাও ধৰে এনেতে মুনিহৰ সাজ পিন্ধা বীণাৰ প্ৰবেশ ]

হেলো চাহাব ! হেলো চাহাব । অলপ ধৰা ধৰি কৰক নহলে দুয়ো মৰিব । হেলো চাহাব ! হেৰৌ চাহাব ।

( বীণাই একো নামাতি সিইঁতৰ কাষেৰে সাউত কৰে প্ৰস্থান কৰে ) ।

গুণ, চতু—এওঁ কোন ধৰণৰ চাহাব একা ?

মিহি—[ বীণাৰ গতি বিধি লক্ষ্য কৰি ] চুপ্, চুপ্ ! বৰ ডাঙৰ ৰহস্য হৈছে । মোৰ লগতে আহচোঁন ।

( তিনিও বীণাক অনুসৰণ কৰে কিন্তু বীণাৰ হাতত ছুৰী থকা কাৰণে ধৰিব নোৱাৰি থেদিলৈ পুনঃ প্ৰবেশ। কোনো ফালে যাব নোৱাৰাকৈ সিহঁতে তাইক আগচি ধৰে)।



বীণা—[ছুৰী দেখুৱাই] সাৱধান ! এখোজ আগুৱাই নাহিবি বাট এৰি দে ।

[চলচাতে মিহিয়ে পিচফালৰ পৰা বীণাৰ হাতত ধৰি ছুৰীখন কাঢ়ি লয়)

মিহি—এইবাৰ যাবি কলৈ । হাতখন বৰ কোমল ঔ চাহাব নহয় মেম্ ঔ ।

(ক্ষন্তেকতে গুণধৰেও আনখন হাতত ধৰে আৰু বীণাৰ টুপী কাঢ়ি নি নিজে পিন্ধে) ।

গুণ—ম্যেজিক ! ম্যেজিক ! গাথীৰতে মহৰ খুটি ঔ বাঃ বাঃ বাঃ ।

বীণা—[ একুৰাবলৈ যত্ন কৰে] এৰি দে । এৰি দে ভাইহঁত

চতুৰ্ভুজ—(বীণাৰ টৰ্চলাইট কাঢ়িলৈ তাইৰ মুখখন ভালকৈ চাই) স্বৰ্গৰ অপেশ্বৰী ঔ—তিলোত্তমা সুন্দৰী । ভক্তৰ জ্বালাময়ী আবেগ সহ্য কৰিব নোৱাৰি মঙ্গল মুহূৰ্ত্তত আপোন মনে দৰিশন দিছে ।

বীণা—মোৰ হাতৰ কাণৰ যি আছে সকলো ল । মোক এৰি দে ঐ । উঃ— ।

মিহি—[ইফালে সিফালে চাই] চুপ্, গুণধৰ । এইফালে কোনোবা আহিব ধৰিছে ।

(বীণাক মুখত কাপোৰেৰে বান্ধি ডাঙিলৈ প্ৰস্থান । আন ফালেৰে বিপুলৰ প্ৰবেশ]

বিপুল—[ ৰিঙিয়াই ] বীণা, বাণা, বীণা, !

( চতুৰ্দ্দিকে টৰ্চলাইট মাৰে। মুখৰ পাগুৰী আৰু গলৰ মালা দলিয়াই দিয়ে )।

এতিয়া কোন পিনে বিচাৰোঁ ? ইমান দূৰলৈ বোধহয় আহিব পৰা নাই। সকলো ৰজতৰ ষড়যন্ত্ৰ। কিন্তু সাৰিবি কত ? [ প্ৰস্থান ]

( হাতত পিষ্টল লৈ চৌধুৰী, গোবিন্দ আৰু দাৰোগাৰ প্ৰৱেশ )

কিৰণ—বীণা ! বীণা !!! বিপুল আকৌ কোন বাটে গল ? বিপুল ! বিপুল !! ওঃ। কি কৰোঁ ?

গোবিন্দ—সকলোবোৰ বেটা ৰজতৰ কুকৰ্ম্ম ; ব'লক তাৰ ঘৰলৈ কে যাওঁ। উঃ! বেটাৰ ইমান সাহ।

দাৰোগা—ধৰিব পাৰিলে তাৰ পিঠিৰ চাম নেথাকিব। ব'লক তাৰ ঘৰ তালাছ কৰোঁগৈ।

কিৰণ—ছয়তানক এতিয়াই গুলীয়াই মাৰিম। বলা ! বলা! এইফালে বলা। [ বেগেৰে প্ৰস্থান ]

—দৃশ্যপট—

## সপ্তম দৰ্শন

—নদীৰ পাৰ—

[ ৰজত ]

( নদীৰ পাৰৰ এডোখৰ ওখ ঠাইত বহি ৰজতে গীত গাই থকা দেখা যায় )



—ৰজতৰ গীত—

তোমাৰ শতেক স্মৃতি জাগে কিয় অকাৰণে
চঞ্চল কিয় হিয়া
বেদনাৰ গানে গানে ॥
তোমাৰ গানৰ প্ৰতি সুৰে সুৰে
দিছিলা শতেক দান
মেলিছিলা তুমি হিয়াৰ দুৱাৰ
নেপালা যে প্ৰতিদান
তুমি ক্ষমিবা শতেক অপৰাধ
ভুলি মোৰা মান অভিমান
প্ৰজাপতি জলে তোমাৰ হিয়াত
চিঙিছে যে মোৰ বীণাৰ তাৰ
বেদনাৰ গানে গানে ॥

—দৃশ্যপট—

## অষ্টম দৰ্শন

—বংশী শইকীয়াৰ ঘৰ—

( ৰজত বংশী, মাধুৰী, কিৰণ, গোবিন্দ, দাৰোগা )

( এখন সৰু আলনাত কিছুমান কাপোৰ আৰি থোৱা আছে ৰজতে এখন দীঘল চৌকিত বহি চিন্তা কৰি থাকে )

ৰজত—আজি বীণাৰ শুভ-পৰিণয় নিশা। বীণা মোৰ কোন জনমৰ কোন ? কোনো নহয় মই দুখীয়া, অবহেলিত—

বীণা ঐশ্বৰ্য্যশালী, গৌৰৱান্বিত। তেওঁৰ লগত মোৰ কোনো সম্বন্ধ নাই, নাছিল আৰু থকাও অনুচিত— মাত্ৰ গানৰ শিক্ষকতা কৰিছিলোঁ পেটৰ দায়ত— ইমানেই। কিন্তু মোৰ মনে প্ৰবোধ নামানে কিয়? মোৰ চকুৰ আগত উজলি উঠিছে—তটিনী তীৰত বহি বীণাৰ স্পষ্ট অনুৰাগৰ বিজুলী হাঁহিটো, উজলি উঠিছে হাঁচ্‌পতালত অশ্ৰু নিজৰা বৈ যোৱা দৃশ্য, সমাজ সেৱাৰ বাবে কণ্ঠহাৰ প্ৰদানৰ দৃশ্য। বাস্তৱতে সমাজ সেৱাত বীণা মোৰ প্ৰথম লগৰী আছিল। কিন্তু হায়! জীৱনত আৰু তেওঁৰ সৈতে হয়তো দেখাই নহব। বিপুল মোৰ প্ৰতিদ্বন্দী। কিন্তু বীণাই মোৰ কাৰণে ভাবিছেনে?

(এনেতে বংশীৰ প্ৰবেশ। কাছাৰীৰ কাকত কলম ইত্যাদি সজাই থৈ থৈ কয়)

বংশী—মোৰ নো আৰু সংসাৰত আছে কেইদিন। তঁহতক যদি নালাগে মোকো নালাগে।

ৰজত—কি হ'ল মহাদেউ?

বংশী—পেক্‌ পেক্‌ নকৰিবি কৈছোঁ। মনে মনে থাক এতিয়া।

ৰজত—আপোনাৰ হ'ল কি? কিয় ইমান খং কৰিছে মহাদেউ?

বংশী—সেই কুকুৰ পোৱালী মহানন্দই মাত্ৰ পাচ শ টকাতেই বলেৰে ঘৰ-মাটি বন্ধক ললে?

ৰজত—বলেৰে বন্ধক ললে?



বংশী—জোৰ জুলুমকৈতো ললে। আবেলি কাছাৰীৰ পৰা আহিছোঁ। বাটতে মহানন্দই লগধৰি কলে যে ৰাইজে মাতিছে। গৈ দেখো কথা বিষমেই। সকলোৰে জোৰকৈ ধৰা বাবে লিখি দিবলৈ বাধ্য হলো।

ৰজত—চিন্তা নকৰিব মহাদেউ। পাৰিলে কালিয়েই মই কিবা এটা ব্যৱস্থা কৰিম।

বংশী—যি সোপা কৰিবি মোৰ জানা আছে। মাহিয়েৰ গ'ল কলৈ?

ৰজত—ভাত ৰান্ধিব ধৰিছে।

বংশী—(খিঙিয়াই) বোলো ভাত হ'ল নে নাই। এই শেষ ৰাতিলৈকে গৰু নে মানুহ ৰান্ধিছ।

মাধুৰী—(নেপথ্যৰ পৰা) মোক মাতিছে নেকি?

বংশী—হয় তোকে মাতিছোঁ। সেই পুৱাতে কাণে নাকে এমুঠি খাই ওলাই গৈছোঁ। এতিয়াই ভাত বাঢ়ি দে।

মাধুৰী—(নেপথ্যৰ পৰা) মোৰ মূৰৰ চুলিৰে ভাত ৰান্ধি দিব পাৰোঁনে? ঘৰত খেৰ খৰি এডাল নাই। সেং সেঙীয়া খৰি সোপাই সেমেনা সেমেনি লগাইছে। ফুৱাই ফুৱাই মূৰৰ বিষ উঠিল।

বংশী—তোৰ বৰ গপ হৈছে। পিঠিত ও এধুমুহা নেপেলালে ঠিক্‌ নহব।

(বংশীয়ে খঙৰে ভিতৰলৈ গৈ মাধুৰীক টানি আনে)

ৰজত—কি কৰে? কি কৰে মহাদেউ?

মাধুৰী—( উচুপি ) চা বোপা ৰজত ! এলা পাকতে তোৰ আগতে ইমান । ভগৱানে এইডালক লাজ কাজ নিদিলে । ভালতেহে কিৰণ চৌধুৰীৰ টেকেলাই কাণত ধৰি উলিয়াই দিছিল ।

বংশী—( কাঠ হাঁহি মাৰি ) হেঃ হেঃ মোক বোলে চৌধুৰীৰ টেকেলাই কাণত ধৰি উলিয়াই দিছিল । ভাবি ভাবি তাই একোটা যে কথা বাহিৰ কৰে ! চৌধুৰীয়ে দেখোন মোক সসম্মানে আদৰি নি একেলগে বহিবলৈ দি পিঠাপনা খুৱাই বিদায় দিলে । কি কয় এলাগী জনীয়ে !

ৰজত—এৰক সেইবোৰ এতিয়া ।

মাধুৰী—হয়, হয়, কোলাত লৈ পিঠাপনা খুৱাইছিল । বোলো আদৰ সাদৰেই যদি কৰিছিল ছোৱালী নিদিলে কিয় ?

ৰজত—হৈছে, হৈছে, মাহিদেউ ! পুং বঢ়াই লাভ নাই । মানুহে শুনিলে কব কি ?

বংশী—চা বোপা ৰজত । তাইৰ প্ৰতাপখনকে চা । বোলো ছোৱালী দিয়া নিদিয়াটো মই জানো আৰু চৌধুৰীয়ে জানে । তাই মাতিবৰ কোন ? এইৰ লগত আৰু মই বাস কৰিব নোৱাৰো । ঘৰ মাটি নাইকিয়া লুঠুংঠুঙীয়া হলো যেতিয়া সন্ন্যাসী হৈ দিহিঙ্গে দিপাঙ্গে গুছিহে যাম ।



ৰজত—কাবৌ কৰিছোঁ ! মনে মনে থাকক মহাদেউ !

বংশী—তইও দেখো তাইৰ ফালেহে আঁহ ফালি ফালি কথা কৰ । তুয়ো লগ হৈছ ।

( মাধুৰীৰ হাতত ধৰি টানি ) তোকো ঘৰৰ পৰা বাহিৰ কৰিহে এৰিম ।

মাধুৰী—চা ৰজত চা । প্ৰতাপ চা——!

বংশী—এলাগী বান্দীক বাহিৰ কৰিহে এৰিম ।

ৰজত—উহ্, এৰি দিয়ক মহাদেউ । এৰি দিয়ক ।

বংশী—কিয় এৰি দিম । এৰি দিম নে .... ... ... ... ।

ৰজত—কথা শুশুনে ? যি কৰে কৰক । মই নিজেই ঘৰৰ পৰা বাহিৰ হও । [ আলনাৰ পৰা কাপোৰ লৈ প্ৰস্থান কৰে আৰু এটা চুটকেছ হাতত লৈ প্ৰবেশ কৰে ]
প্ৰণাম মহাদেউ । প্ৰণাম মাহীদেউ । (প্ৰস্থান)

বংশী—( ৰজত যোৱাৰ ফালে কিছুপৰ কেৰাহিকৈ চাই থাকি ) ৰজত সঁচাকৈএ গুছি গ'ল নেকি অ' ?

মাধুৰী—( বংশীৰ বিপৰীত ফালে চাই ) সঁচাকৈ নাযাই মিছাকৈ যাবনে ? ৰাম তাল বজোৱা ঘৰত কোনে শান্তিৰে থাকিব ? ( প্ৰস্থান )

( ৰজত প্ৰস্থান কৰাৰ বিপৰীত ফালেৰে গোবিন্দ আৰু হাতত পিষ্টললৈ দাৰোগা ও কিৰণৰ প্ৰবেশ । কিৰণে বংশীৰ বুকুং ফালে পিষ্টল দাঙ্গি ধৰে । বংশীয়ে আতঙ্কিত হৈ থিয় হয় )

কিৰণ—ৰজত কত ? বীণা কত ? শীঘ্ৰে ক নহলে গুলীয়াই

মাৰিম। গোবিন্দ! তুমি দাৰোগাৰে সৈতে ঘৰৰ চতুৰ্দ্দিকে তন্ন তন্ন কৈ বিচাৰি চোৱা। ইয়াতেই কোনোবা এচুকত লুকাই আছে।

( গোবিন্দ আৰু দাৰোগাই বিচাৰিব ধৰে )

**কিৰণ—ৰজত, আৰু বীণা কত ? শীঘ্ৰে ক।**

বংশী—( কপি কপি ) ঘ-ৰ-ত নাই দেউতা।

গোবিন্দ—বিচাৰি নাপালোঁ।

দাৰোগা—সি ইমান অজলা নহয় যে ঘৰত থাকিব।

কিৰণ—বলা, বলা তেন্তে। সিহঁতক উলিয়াবই লাগিব।

( দাৰোগা, গোবিন্দ আৰু কিৰণৰ প্ৰস্থান )

বংশী—মাধুৰী! অ' মাধুৰী! কানি-কাপোৰে পায়খানা কৰিলোঁ হবপায়। পিন্ধিবলৈ এখন কাপোৰ আনি দে। এবাটি খোৱা পানীও লৈ আহ মাধুৰী!

( আথে-বেথে কাপোৰ আৰু পানী লৈ মাধুৰীৰ প্ৰবেশ )

মাধুৰী—সিহঁতে কিয় এনেকৈ আহিছিল ? হে প্ৰভু ৰক্ষা কৰা।

—দৃশ্যপট—




# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন

—গুণ্ডা সকলৰ গুপ্ত ঠাই—

( বীণা, মইনা, গুণ্ডাসকল )

( বীণাই পলাব নোৱাৰাকৈ গুণ্ডাহতে ভালকৈ ঘৰৰ খুঁটা এটাত বান্ধি থয়। ওচৰতে মইনা থিয় হৈ থাকে )

বীণা—ইহঁতৰ হাতৰ পৰা ৰক্ষা পোৱাৰ এটি উপায় কৰা! উপযুক্ত পুৰস্কাৰ পাবা। তুমি নাৰী! বিপদাপন্ন নাৰীৰ মৰ্যাদা নাৰীয়ে অনুভৱ কৰা উচিত। তোমাক চুলি চিঙি কাবৌ কৰিছোঁ মোৰ এটি উপায় কৰা।

মইনা—ভনীটী! মোকো এই মনুষ্যত্বহীন দুৰ্ব্বৃত্তহঁতে এদিন পলুৱাই আনিছিল। উপায়ান্তৰ হৈ নাৰীৰ নাৰীত্ব বিসৰ্জ্জিছোঁ। কিন্তু মোৰ যেনেকৈ ইহঁতে সৰ্ব্বনাশ কৰিছে তেনেকৈ মইও কালনাগিনী হৈ ইহঁতক তিল-তিলকৈ ধ্বংসপ্ৰাপ্ত কৰিবলৈ স্থিৰ প্ৰতিজ্ঞ। বাৰু। এতিয়া মোৰ শোকৰ কাহিনী এৰিলোঁ, কিন্তু তোমাৰ উদ্ধাৰৰ মই কি উপায় সাজোঁ ভনীটী ?

বীণা—তুমি হৰিপুৰ গাওঁৰ ৰজত হাজৰিকাক চিনি পোৱানে ?

মইনা—চিনি নাপাওঁ কিন্তু নাম হলে শুনিছোঁ।

বীণা—তুমি যি কোনো উপায়েৰে তেওঁক গোপনে খবৰটো দিয়াগৈ যোৱা।

মইনা—চেষ্টাৰ ত্ৰুটি নকৰোঁ ভনীটী। অ’ নৰপশুহঁত আহিলেই। মই আছোঁ যেতিয়া কোনো ভয় নকৰিবা ভনীটী।

বীণা—হে ভগৱান! এই বিপদ সাগৰৰ পৰা উদ্ধাৰ কৰা প্ৰভু!

(গুণ্ডাহঁতৰ প্ৰবেশ। মিহিয়ে মিচিকিয়া হাঁহিৰে বীণাৰ ফালে কেৰাহিকৈ চায়)

মিহি—মইনা। তাই এতিয়া ৰাজী হৈছেনে?

চতু—যদি সহজতে ৰাজী নহয়—তেন্তে বল প্ৰয়োগ।

গুণ—বাঘৰ মুখত গৰু পৰিছে। আৰু উপায় আছে?

মিহি—হেৰৌ লাহৰি। তোকনো আমি ইচ্ছা কৰি এনেকুৱা শাস্তি দিছোঁনে? আমি তোক যে কেনে বুকুৰ কলিজা যেন পাওঁ আমিহে জানো। তই অবাধ্য হৈছ কাৰণেহে।

চতু—তোক দেখিলেই মই চেনেহতে পমি যাব খোজোঁ।

গুণ—উত্তৰ নাই কিয় লাহৰি? আমাক ভয় কৰিছ নহয় নে ভয় নকৰিবি লাহৰি। আমিতো ৰাক্ষস নহওঁ যে তোক খাই পেলাম। আমাৰ গুণ তই বুজা নাই দেখিহে এনে কৰিছ। আমাতকৈ তিৰোতাৰ বেছি মৰম বুজা মানুহ পৃথিবীত বিচাৰি নাপাবি।

বীণা—মোক এৰি দে ভাইহঁত। ধন সোণ যি লাগে তহঁতক তাকেই দিম। তহঁতৰ ভৰিত ধৰি কাবৌ কৰি কৈছোঁ। মোক এৰি দে।



মিহি—হাঃ হাঃ হাঃ। কথা শুনি হাঁহিও উঠে ব্যথা দেখি কান্দিবলৈও মন যায়। হয়, এৰি দিম যদি কথা শুন—ৰাজী হৱ।

চতু—এই বৰ নিলাজী অ’। আমি তিনিজন পুৰুষৰ কথা সৰু হ’ল, তাই পলাউৰী মাইকী এজনীৰ কথা ডাঙৰ হ’ল।

গুণ—আজি তিনি দিনে তাই আমাৰ সন্মান নষ্ট কৰি আহিছে মইতো আগেয়ে কৈছিলোঁ—জোৰ জুলুম নকৰিলে নহয় বুলি।

মিহি—তেন্তে ধৰিমেই নেকি?

(বীণাক বল প্ৰয়োগ কৰিবলৈ উদ্যত হয়, কিন্তু মইনাই বাধা দি মিহিৰামক কাণে কাণে কিবা কয়)

মইনা—তহঁতে কথাৰ আওঁ ভাওঁ একো নুবুজ। মই কওঁ শুন বুজিছ।

মিহি—বুজিছোঁ। বুজিছোঁ। তেন্তেতো কোনো কথাই নাই

গুণ, চতু—কি হৈছে? কি হৈছে মইনা?

(মিহিয়ে এজনক আৰু মইনাই আনজনক কাণে কাণে কয়)

গুণ, চতু—হাঃ হাঃ হাঃ। তিনিদিন পিচত আত্মসমৰ্পণ। কোনো আপত্তি নাই। কোনো আপত্তি নাই।

মিহি—মন খাই গৈছে হাঃ হাঃ হাঃ। মইনা! লগা। লগা। স্ফুৰ্ত্তি, আমোদ, ফটিকা, মদ, নাচ-গান।

—দৃশ্য পট—

## দ্বিতীয় দৰ্শন

— গাৱঁলীয়া পথ —

ৰজত, মইনা

( চুটকেচ হাতত লৈ বিষণ্ণমনেৰে ৰজতৰ প্ৰবেশ )

ৰজত—সকলো সুখ শান্তিৰ মূল অৰ্থ। যাৰ অৰ্থ নাই, যি দুখীয়া, তাৰ আশা তাৰ উদ্দেশ্য পানীৰ ওটেঙ্গা মাথো। মোৰ জীৱনৰ একমাত্ৰ লক্ষ্য—নতুন গ্ৰাম্য সমাজ গঠন কৰা। কিন্তু পেটৰ চিন্তাকেই কৰিম নে দেশৰ চিন্তাকেই কৰিম !

( মইনাৰ প্ৰবেশ )

মইনা—আপোনাৰ নাম ৰজত হাজৰিকা নহয় নে ?

ৰজত—হয়। কোন আপুনি ?

মইনা—মোৰ পৰিচয় পিচত পাব। পিচে আপোনাক বিচাৰি বিচাৰি মই এই খিনি পালোহি।

ৰজত—কিয় ? মোক আপুনি কেনেকৈ চিনিলে ?

মইনা—আপোনাৰ নাম আপোনাৰ চুট্‌কেচ্‌টোৰ ওপৰত লিখা থকা কাৰণে অনুমানতে ধৰিছোঁ। এটি বিশেষ জৰুৰী গোপনীয় কথা আছে।

ৰজত—কি কথা ?

মইনা—আপুনি কিৰণ চৌধুৰীৰ কন্যা বীণাক ভালকৈ চিনি পায় ?



ৰজত—খুব ভালকৈ চিনি পাওঁ। তেওঁৰ সিদিনা বিয়া হৈ গ'ল নহয়।

মইনা—নহয় হোৱা নাই। বিয়া হবলৈ নৌ পাওঁতেই নিশা তেওঁক কেইজনমান নগৰীয়া দুষ্টই পলুৱাই নি ডোখৰ গুপ্ত ঠাইত আটক কৰি ৰাখিছে।

ৰজত—আচৰিত কথা। মোৰ বিশ্বাস নহয়।

মইনা—বিশ্বাস নহয় ? এইয়া চাওঁক বাতৰি কাকতত বীণাৰ ছবিৰে সৈতে জাননী।

( মইনাই ৰজতক খবৰৰ কাকত দিয়ে। ৰজতে পঢ়ি চায় )

ৰজত—আচৰিত, অসম্ভব, কিন্তু সত্য। বীণাক পলুৱাই নিলে কেনেকৈ ? অদ্ভুত ৰহস্য। হায় ভগৱান ! মই যিপিনেই যাওঁ সেইপিনেই হাহাকাৰ, অশান্তি, উৎপীড়ণ ঘৰৰ পৰা ওলাই আহিলোঁ বাহিৰত এনখ শান্তি পাম বুলি কিন্তু অশান্তিয়ে মোৰ পিচে পিচে অনুসৰণ কৰিছে। এতিয়া বীণাৰ উদ্ধাৰৰ উপায় কি কৰোঁ। কোন ফালে অনুসন্ধান কৰোঁ ! আপুনি নিশ্চয় গুপ্ত সন্ধান জানে। আপোনাক সকাতৰে মিনতি কৰিছো কোনো গোপন নকৰিব।

মইনা—জানো বাবেই আপোনাৰ অনুসন্ধান কৰিছিলোঁ। এতিয়া আৰু কোনো ভয় নাই। কিন্তু কামটো অতি গোপনে গোপনে কৰিব লাগিব। নহলে দস্যুহঁতে মোক জীয়াতেই তিনিখণ্ড কৰিব। এতিয়া মোৰ

লগতে আহক গোপনে সকলো কওঁ। বাজ আলিত এইদৰে থকা উচিত হোৱা নাই।

( ৰজত আৰু মইনাৰ প্ৰস্থান। চুপি চুপি পানীমলৰ প্ৰবেশ )

পানী—ঠিক্ ধৰিছোঁ। সেইটো হ'ল ৰজত আৰু সেইজনী নিৰ্শ্ময় বীণা। অতবোৰ চিপাহী চন্তৰিৰ চকুত ধূলি মাৰি ক'ত লুকাই আছে দেখিছ? কিন্তু পানীমলৰ চকুত সকলো পানী হৈ যায় তহঁতৰ ফুচ্ ফুচ্ ফুচ্ ফুচ্ প্ৰেমালাপ খন যদি শুনিব পালোহেঁতেন ......। আৰু অলপ আগুৱাই গৈ ৰেহৰূপ খন চাই আহিম নেকি? উহুঁ—ৰজতে কেনেবাকৈ দেখিলে জীৱনটো জীয়াই নেৰাখিব। ফিৰি যোৱাই ভাল। সঠিক খবৰটো দি পুৰস্কাৰ লাভ কৰোঁগৈ।

( প্ৰস্থান )

——দৃশ্য পট——

## তৃতীয় দৰ্শন

**—গুণ্ডাসকলৰ গুপ্ত ঠাই—**

—মইনা. বীণা. গুণ্ডাসকল. ৰজত—

( বীণা বন্ধা অৱস্থাতে থাকে )

মইনা—চিন্তা নকৰিবা ভনীটী, সকলো ব্যৱস্থা মই কৰিছোঁ। আজিয়েই তুমি মুক্তি পাবা। সৌ অলপ দূৰতে ৰজতক মনে মনে লুকাই থৈছোঁ। উপযুক্ত সময়ত তোমাক লৈ যাব। আৰু অলপ সময় ধৈৰ্য্য ধৰা।



বীণা—মোৰ জীৱন—মোৰ ভৱিষ্যত—তোমাৰ কৰুণা আৰু বুদ্ধি কৌশলৰ ওপৰত নিৰ্ভৰ কৰিছে। হে ভগৱান। নাজানো—অভাগিনীৰ কপালত তুমি কি লিখি থৈছা।

মইনা—দৈত্য দানৱহঁত আহিলেই। সাৱধান হৈ থাকা ভনীটী।

বীণা— সিহঁত আহিলে—যম আহা যেন পাওঁ! উঃ,—ৰক্ষা কৰা প্ৰভু।

[ গুণ্ডাসকলৰ প্ৰবেশ ]

মিহি— মইনা! মোৰ দিল্ জান্! মোৰ লুথুৰী পিঠা!

মইনা— আজিনো আকৌ মইনা মইনা কৰিলে কি হব। কাইলৈ কিজানি নতুন পাই পুৰণিলৈ ফিৰিয়েই নোচোৱা। মোৰ এতিয়া লৈ লৈ থৈ থৈ অৱস্থাহে হব।

মিহি— হেৰৌ লাহৰি, প্ৰাণত ব্যথা নিদিবি দেই।

তই যদিও পুৰণি
তই আমাৰ প্ৰাণ জুৰণি
তই আমাৰ ঘৰ শুৱনি
তই আমাৰ—আৰু জোৰা খুৱাব নোৱাৰোঁ
সৰ্ব্বস্ব, সৰ্ব্বস্ব।

মইনা— তথাপি নতুন এবি তহঁতে পুৰণিলৈ ফিৰি চাবিনে?

[কান্দে]

চতু— হেৰৌ আজলী সোণপাহী সখী ! তই এইটোও নাজানানে ? আজি কালিৰ ৱাৰ কোৱালিটি (war quality) নতুন বস্তুতকৈ পুৰণি বস্তু বহুগুণে খাঁটী !বুজিছ ! মই এৰিলেও মোৰ চৈধ্য পুৰুষেও তোক এৰিব নোৱাৰে ।

গুণ— ঠেহ্ এৰ এতিয়া লাহৰি ! বহুকষ্ট কৰি আহিলোঁ। এতিয়া লাগে ফটিকা আৰু তোৰ সুমধুৰ কণ্ঠৰ সুললিত নাচ্-গান । মইনা ! কালিৰ পৰা নতুন মইনাকো নৃত্যগীত আৰু মদ্ ঢালি দিয়া কায়দাটো শিকাবি দেই ।

মইন— মই থাকোতে সেইটোলৈ চিন্তা নকৰিবি ।

মিঠি— বাৰু ! মোৰ দেহলাউ ! এতিয়া আৰম্ভ কৰ । হেৰৌ নতুন মইনা ! তই ভালকৈ চাই থাকিবি দেই । কালিৰ পৰা তইও মইনাৰ লগতে নাচিব লাগিব । হাঃ হাঃ হাঃ— ।

[ মইনাৰ নৃত্যগীত ]

পিয়লা ভৰা বঙ্গিন সুধা
লোৱা তুমি পৰাণ ভৰাই ।
হে মৌ পিয়া যাচিছো হিয়া
পিয়া মৌ হেপাঁহ পূৰাই ।
চিৰাজিৰ তটিনীত উঠিছে ঢল
প্ৰেমৰ তৰণি তাতে কৰে টলবল——



আহাহে প্ৰেমিক বুকুৰ লগৰী
আজি পিয়া কালি আৰু নাই ॥

[ মইনাই নৃত্যগীত গাই গাই সিহঁতক ঘনাই মদ খুৱায় আৰু অতিকৈ ৰাগী লাগি সিহঁত বেহুঁচ হয় ]

মিহি— আৰু—ক না—লা—গে লা—হ—ৰি— ।

মইনা— লাগে লাগে, আৰু অলপ লাগে [আকৌ পূৰাই ]

চতুৰ্ভূজ—হে—উ ! হে—উ ! হে—উ [বিতিস্বায়]

— গুণধৰৰ গীত——

ফটিকাৰ গুণ ভূবন নধৰে । হে—এ ...... এ
ফটিকা যে অতি মজা
যেয়ে খায় সেয়ে ৰজা । হে ...এ...
বটল খালি উদৰ নুপূৰে । হে...এ...
ফটিকাৰ.............

মইনা— উদৰ পূৰা নাই যদি আৰু অলপ । [ফটিকা দিয়ে ]

গুণ—না-লা-গে-লা-হ-ৰি ।

মিঠি—হে—এ— ..... । ফটিকাৰ গুণ কিনো গাম
যত পাও তত খাম—হে...এ
বটল খালি উদৰ নুপূৰে ॥ হে এ

মইনা—এতিয়াও শেষ হোৱা নাই । খাই ল । [আকৌ দিয়ে]

[লাহে লাহে তিনিও প্ৰায় চেতনাহীন হৈ শুই পৰে আৰু মইনাই ভিতৰলৈ গৈ ৰজতক লৈ আহে ]

মইনা—খুব সোনকালে...... ।

বীণা—ৰজত ! ৰজত !

ৰজত—চুপ্ । বিপদ ।

[ৰজতে ক্ষন্তেকতে বীণাৰ বান্ধ সোলোকাই লয়]

আহিলোঁ ভনীটী ।

মইনা—বহাৰী বেগেৰে যাওঁক ।—নহলে এতিয়াই ইহঁতে চেতনা পাব ।

[বীণাক লৈ ৰজতৰ প্ৰস্থান]

মইনা—এতিয়া মোৰ কৰ্ত্তব্য কি ? চেতনা পালেই দানৱহঁতে মোৰ বুকুত তীক্ষ্ণ ছুৰী বহুৱাব—তাৰ আগতেই ইহঁতকে শেষ কৰোঁ ।

[মইনাই এজন গুণ্ডাৰ ককালৰ থাপৰ পৰা ছুৰী উলিয়াই গুণধৰৰ বুকুৰ ওপৰত তুলি লয়]

মইনা—নৰহত্যা ? কি কৰোঁ ? উঃ—মোৰ বুকুখন বৰকৈ কপিছে । নহয়—প্ৰতি- শোধ লওঁ ।

[মইনাই গুণধৰৰ বুকুত ছুৰী বহুৱায়]

গুণ—[চিঞৰি ] মাৰিলে ঐ··· মিহিভাই- - মৰিলোঁ [মৃত্যু]

[মিহিৰামৰ বুকুৰ ওপৰত মইনাই ছুৰী তুলি লয় কিন্তু দুয়ো জাগি উঠে । মইনা পলায় ]

মিহি, চতু—শত্ৰু—শত্ৰু—সাৱধান—হত্যা ।

মিহি—দুয়োজনীকে পলুৱাই নিলে ।

—দৃশ্যপট—

# চতুৰ্থ দৰ্শন

## —গাৱঁলীয়া পথ—

[বিপুল, পানীমল, ৰজত, বীণা, গোবিন্দ, কিৰণ, দাৰোগা, মইনা আৰু গুণ্ডা দুইজন]

[বিপুলে পানীমলক লগতলৈ হাতৰ সাৰে ভৰিৰ সাৰে প্ৰৱেশ]

বিপুল— পানীমল ! ৰজতক বীণাৰে সৈতে ইয়াতেই দেখা বুলি তই কৈছিলি নহয় ?

পানী— হয় হুজুৰ ! এই খিনিতে— । তেতিয়া এন্ধাৰতৈ আহিছে । মানুহ গৰু চিনিব নোৱাৰা সময় ।

বিপুল— তই ইমান দূৰলৈ সন্ধ্যা সময়ত কিয় আহিছিলি ?

পানী— হুজুৰ ! আমাৰ চৌধুৰী দেউতাৰ সেই কলী গাইজনী বৰ ডকাইত । তাইক বিচাৰি বিচাৰি যদিও বা উলিয়ালোঁ মোক দেখিয়েই পোনেই ভিৰাই মাৰিলে লৰ্ । মইওতো কম গোসাই নহওঁ—মটৰ গাড়ীৰ চাকা ঘূৰাদি দিলো পিচে পিচে খেদা । খেদি খেদি আহোঁতে এই খিনি পাই দেখোঁ যে ভণ্ড তপস্বী ৰজত বেটাই এইডাল গছৰ তলতেই ফুচ্ ফুচ্—ফুচ ফুচ্ মেল পাতিছে—বীণা আইদেউৰ লগত ।

বিপুল— বীণাক তই ভালকৈ চিনি পাইছিলি নে ?

পানী— তাতেই মোৰ সন্দেহ । আপোনাৰ নৰকত পৰি মিছা কলে হব কি ? ঠিক বীণা আইদেউ যেন—নেদেখিলে । ৰজত চোৰক হলে নিশ্চয়কৈ চিনিছোঁ ।

বিপুল— তাৰ পিচত সিহঁতে কোনফালে গৈছিল।

পানী— হুজুৰ এই ফালেৰে—নহয় নহয়—এই ফালেৰে।

বিপুল— ঠিক কৈ ক।

পানী— ৰব হুজুৰ অলপ ভালকৈ ভাবি চাওঁ! হুজুৰ—ইয়াতেই অদৃশ্য হ'ল।

(ইফাল সিফালে চাই)

বিপুল— চুপ্। এইফালে কোনোবা আহিব ধৰিছে। আহ্ মোৰ লগতে লুকাই থাক।

(দুয়ো লুকায়। অলপ পিচতে বীণাৰ হাতত ধৰি ৰজতৰ বেগেৰে প্ৰবেশ)

বীণা— মই যে আৰু দৌৰিব নোৱাৰোঁ?

ৰজত— আৰু অলপমান গলেই সৌ গাওঁখন পামগৈ। গাওঁলৈ গলে আমাৰ আৰু বিপদ নাই। আৰু অলপ......

(বিপুল আৰু পানীমল হঠাতে ওলাই আহে।)

বিপুল— কত পলাবি ছোৱালী চোৰ। আজি তোৰ মৃত্যু অনিবাৰ্য্য!

ৰজত— অ' আপুনি! ভালেই হল। মোক সন্দেহ নকৰিব। পিচত সকলো কম। ডকাইতৰ হাতৰ পৰা বীণাক কোনোমতে সৰুৱাই আনিলোঁ। এতিয়া আমাৰ লগতে লৰি আহক! নহলে ডকাইতৰ হাতত প্ৰাণ যাব।

বিপুল— মিথ্যাবাদী, প্ৰতাৰক, প্ৰাণ মোৰ নাযায় প্ৰাণ যাব তোৰ।



(বিপুলে ইঙ্গিত দিয়াৰ লগে লগে পানীমলে ৰজতক লাঠিৰে ৰৰকৈ কোবায়! ৰজত বাগৰি পৰে)

ৰজত— ওঃ নামাৰিবা। মই নিৰ্দ্দোষী (ৰজত জ্ঞানহীন হৈ পৰে)

বীণা— কি কৰিলে? কি হল? নামাৰিবি! হায় ভগৱান।

বিপুল— তুমি নাজনা বীণা—তোমাৰ কাৰণে মই কত অশান্তি কত অপমান সহ্য কৰিছোঁ। দিনে নিশাই মোৰ হৃদি মন্দিৰত তোমাৰ মোহিনী মূৰ্ত্তি আঁকি লৈ অনন্ত সুখৰ সপোন দেখিছোঁ। বীণা! তুমি মোৰ হবই লাগিব। (হাতত ধৰে)

বীণা—এৰি দিয়ক! ৰজত! ৰজত! উঃ—তেজৰ নৈ বৈ গ'ল। এৰি দিয়ক।

বিপুল—তুমি ভুল পথত অগ্ৰসৰ হৈছা বীণা!

বীণা—মোৰ ওপৰত আপোনাৰ কোনো অধিকাৰ নাই। এৰি দিয়ক।

বিপুল—তোমাৰ মাণিক হাততে পাইছোঁ আকৌ এৰি দিম! বলা এতিয়া।

[বিপুলে বীণাক জোৰকৈ টানি নিয়ে]

বীণা—উঃ—ভগৱান। ইমান অত্যাচাৰ! ৰজত! ৰজত!

**পট পৰিবৰ্ত্তন**

**——গাৱঁলীয়া পথ——**

[বিপুলে বীণাক হাতত ধৰি টানি লৈ পুনঃ প্ৰবেশ। লগতে পানীমল]

বীণা—উঃ ! নাৰীৰ ওপৰত ইমান অত্যাচাৰ ভগৱানে কেতিয়াও সহ্য নকৰে ।

বিপুল—বীণা । জানানে তুমি মোৰ কোন ?

বীণা—জানোঁ । আপুনি মোৰ চিৰশত্ৰু ।

বিপুল—শত্ৰু নে মিত্ৰ পিচত বুজিবা । এতিয়া ব'লা ।

বীণা—নেযাওঁ ।

বিপুল— পানীমল ! এই গৰবিনীক তোৰ কান্ধত তুলি ল । পাপীক ধৰ্ম্মকথা শুনাই লাভ নাই ।

পানী—ভাল হুজুৰ । আপুনি উঠাই দিব । [বহে]

মিহি, চতুঃ—[নেপথ্যৰ পৰা চিঞৰি]
পালোঁ ! পালোঁ ! শত্ৰু ধৰা পৰিছে ।

বিপুল—সেইয়া আকৌ কোন ?

( মিহিৰাম আৰু চতুৰ্ভূজৰ প্ৰবেশ )

মিহি— মইনা চোৰৰ যম ।

চতু— হেৰৌ নতুন মইনা ! পলাই সাৰিবি ক'ত ?

( মিহিৰাম চতুৰ্ভূজে বীণাক ধৰিবলৈ যায় কিন্তু বিপুলে আগভেটি ধৰি সিহঁতৰ গালৈ পিষ্টল ডাঙি ধৰে )

বিপুল—খবৰদাৰ । যতে ততে ডকাইতি নচলে মিহিৰাম ! এখোজ আগুৱাই নাহিবি ।

পানী—ডকাইতঔ —ডকাইত...... । [পলায়]

বীণা—ৰক্ষত ! ৰক্ষত ! [প্ৰস্থান]

মিহি—সাৱধান মেনেজাৰ চাহাব ! যি গুণধৰে তোৰ স্বাৰ্থ সিদ্ধিৰ বাবে সহায় কৰিছিল সেই গুণধৰক হত্যা কৰি আমাৰ উপভোগৰ বস্তু অপহৰণ কৰিছ তই ।



বিপুল—গুণধৰক হত্যা কৰিছোঁ ?

মিহি, চতু —নিশ্চয় হত্যা কৰিছ । এই ল তাৰ প্ৰতিদান । হাঃ হাঃ হাঃ [ইতিমধ্যে দুয়ো বিপুলক চল চাই ছুৰী মাৰে । বিপুল পৰি যায়]

বিপুল—উঃ ! কি কৰিলি পশুহঁত ! তহঁতকো জীয়াই নেৰাখোঁ । [বিপুলে দুয়েকে পিষ্টলেৰে গুলী মাৰে । বুকুত গুলী লাগি চতুৰ্ভূজ পৰি যায় । মিহিৰামৰ ভৰিত গুলী লাগে]

চতু—আঃ । বুকুতে মাৰিলে । ম-ৰি-লোঁ । পানী—[মৃত্যু]

মিহি— আঃ । ভৰিখন গ'ল । জীৱন ৰক্ষা কৰোঁ । পলাও ।
[এনেতে কিৰণ, গোবিন্দ, আৰু দাৰোগাৰ প্ৰবেশ । দাৰোগাই মিহিৰামক হাত কেৰেয়া মাৰে ]

দাৰোগা—পলাই সাৰিবি ক'ত বদ্‌মাচ্ । হায় ! ক্ষন্তেক আগতে আহি পোৱা হলে...... ।

কিৰণ— হায় ! হায় ! ইকি দৃশ্য ভগৱান !

গোবিন্দ—শ্ৰীবিষ্ণু ! শ্ৰীবিষ্ণু !

কিৰণ— কোন পাষণ্ডই তোমাৰ এনুৱাবিলাই কৰিলে বিপুল ?

বিপুল— ডকাইতে—ডকাইতে । মোৰ পানীপিয়া সঙ্গীহঁতে । ইহঁতে ।

কিৰণ— ইহঁত তোমাৰ সুৰা-পানৰ সঙ্গী ? তুমি ফটিকা খোৱা ?

বিপুল— আচৰিত নহব । মোৰ জীৱন পাপময়—তাৰেই এই

বিষময় ফল । জীৱনৰ মমতা কামনা, বাসনা পুৰি ছাই হল । মৰাৰ আগেয়ে সত্য স্বীকাৰ কৰি যাওঁ—বীণাক বিয়া কৰোৱাৰ প্ৰধান উদ্দেশ্য আছিল—আপোনাৰ যথা সম্পত্তিৰ গৰাকী হোৱা । এনেকি দৰকাৰ হলে আপোনাক গুপ্ত হত্যা কৰি হলেও স্বাৰ্থ সিদ্ধি কৰিম বুলি নিশ্চয় কৰিছিলোঁ । কিন্তু সকলো ষড়যন্ত্ৰ পণ্ড কৰিলে ৰজতে ।

কিৰণ— ৰজতে মোৰ প্ৰাণ বচালে ? মই বাস্তৱ পৃথিবীত নে সপোন ৰাজ্যত !

বিপুল— আৰু কওঁ । বীণাৰ বিয়া সমন্ধে গোবিন্দইও পাঁচ হাজাৰ টকা ভেটী খাইছে ।

গোবিন্দ—মাফ্ কৰক চৌধুৰী ডাঙৰীয়া ! ভুলতেহে কামটো হ'ল । অৰ্থাৎ......

কিৰণ— বুজিলোঁ । তোমালোক মোৰ পানীৰ তলৰ কাইট ।

বিপুল— পাপ প্ৰকাশ কৰিছোঁ !
মু-ক্-তি দি-য়া-প্ৰ-ভূ··· । [মৃত্যু]

মিহি— হায় ! হায় ! কিয় পাপত মজিছিলোঁ । এতিয়া মোৰ উপায় কি দাৰোগা চাহাব ?

দাৰোগা—আদালতত তোৰ বিচাৰ হব ।

[মইনাৰ প্ৰবেশ]

মইনা— আৰু মই হম সেই বিচাৰৰ প্ৰথম আৰু প্ৰধান সাক্ষী ।

—দৃশ্য পট—

## পঞ্চম দৰ্শন

### —বংশী শইকীয়াৰ ঘৰ—

[মাধুৰী, বংশী, কিৰণ, ৰজত]

মাধুৰী— নিশ, কি সমাজিকটো দেখিলোঁ । ধাননি পথাৰবোৰ সেউজীয়া ধানেৰে উপচি পৰিছে । খেতিয়কৰ কি আনন্দ ! গাওঁৰ ঘৰ দুৱাৰ আলি পদুলি বোৰ যেন চকুত চমকলগা হৈছে । গছৰ ডালত কুলিয়ে কু কু গীত গাইছে । বাৰীত তামোল পান ফলমূল—পদূলিয়ে পদূলিয়ে সুন্দৰ সুন্দৰ নানা ৰং বিৰঙৰ ফুলেৰে সৈতে বাগিচাবোৰ··· । আহা কি মনোৰম দৃশ্য ! উলাহতে ঘৰত বহি আছোঁ এনেতে এজনী ৰূপহী যুৱতী আমাৰ ঘৰৰ ভিতৰলৈ সোমাই আহিল । আই—ঐ দেহি ! তাইৰ কি হিয়া বিমোহন ৰূপ !

[বংশীৰ প্ৰবেশ]

বংশী— মাধুৰী ! আজি আমাৰ আনন্দৰ দিন । মোকৰ্দমা আজি শেষ—আমাৰ জয় ।

মাধুৰী— আমাৰ জয় ? তেন্তে মোৰ সামাজিক মিলিছে ।

বংশী— তোৰ সামাজিক আৰু মোৰ গণনা দুয়োটা মিলিছে । সেই মইনা নামৰ ছোৱালী জনীৰ কথা যে কৈছিলোঁ

তাইৰ মুখৰ পৰাহে সকলো বিতং খবৰ প্ৰকাশ হ'ল। ডকাইত জনৰ দ্বীপান্তৰ হ'ল। কি চাবি, কাছাৰীখন আজি লোকে লোকাৰণ্য। সকলোৱে ৰজতক বৰকৈ প্ৰশংসা কৰিছে। এনেকি কিৰণ চৌধুৰীয়েও নিজৰ দোষ শিচকাৰ কৰিছে আৰু অনু-তাপ কৰিছে। নগৰৰ গণ্য মান্য ভদ্ৰলোক সকলেও বীণা আৰু ৰজতৰ মিলন হব লাগে বুলি মত প্ৰকাশ কৰিছে। মোৰ গাটো আজি সাতখন মান লাগিছে। তই এটি বিহু গীতকে গা আৰু মই এপাক নাচোঁ। তাক্ ধিনা ধিন্—খিত্ তাওঁ খিত্ তাওঁ।

কিৰণ—[নেপথ্যত] বংশীধৰ আছানে ?

বংশী—হেৰৌ মাধুৰী! কিৰণ চৌধুৰী আহিছে। সোনকালে অলপ জলপানৰ ব্যৱস্থা কৰ গৈ যা।

মধুৰী—ভাল। [প্ৰস্থান]

বংশী—[ৰিঙিয়াই] চৌধুৰী ডাঙৰীয়া আহক।

[চৌধুৰী প্ৰবেশ কৰাত বংশীয়ে বহিবলৈ দিয়ে]

বংশী—পিচে আজি দেখোঁ তৃখীয়াৰ পজাত.........।

কিৰণ—এটি অনুৰোধ জনাবলৈ আহিলোঁ বংশী!

বংশী—অনুৰোধ কিয়? আদেশ কৰক ডাঙৰীয়া।

কিৰণ—মই নাজানি তোমালোকৰ ওপৰত বহু অত্যাচাৰ, অবিচাৰ কৰিছোঁ। ৰজতৰ মহৎ গুণ মই উপলব্ধি



কৰিব পৰা নাছিলোঁ। ধন দৌলতৰ ওপৰত বহি থাকি মই দহজনৰ হকে যিখিনি কৰিব পৰা নাই ৰজতে এসাজ লঘোণে থাকিও তাৰ সহস্ৰ গুণ কৰিছে। তাৰ সামান্য পুৰস্কাৰ স্বৰূপে মই মোৰ কন্যা বীণাক ৰজতৰ হাতত অৰ্পণ কৰিব খোজোঁ।

বংশী—সেই প্ৰস্তাবটো মইতো আগতেই ডাঙি ধৰিছিলোঁ পিচত আপুনিহে মোক.........।

কিৰণ—তোমাক অযথা লঘূ-লাঞ্চনা কৰা বাবে মোক ক্ষমা কৰা। সেই পুৰণি কথা পাহৰণিৰ বুকুত উটাই দিয়া।

বংশী—মইনো আৰু সেই কথাটোকে মনত ৰাখি আছোঁনে?

[ৰজতৰ প্ৰবেশ]

কিৰণ—বোপা ৰজত! নাজানি তোমাৰ ওপৰত যি অত্যাচাৰ কৰিছোঁ সকলো ক্ষমা কৰিবা। বীণাক তোমাৰ হাততে গটালোঁ আৰু এই দান পত্ৰ মই লিখি আনিছোঁ। মোৰ আৰু কোনো ল'ৰা ছোৱালী নাই যেতিয়া সকলো সম্পত্তি আজিৰ পৰা তোমাৰ। এই লোৱা দান পত্ৰ।

[দানপত্ৰ দিয়ে]

ৰজত—তেন্তে আজিৰ পৰা সকলো সম্পত্তিৰ মালিক মইহে হলোঁ।

কিৰণ, বংশী—নিশ্চয় নিশ্চয়।

ৰজত—এই সম্পত্তি মই যি ইচ্ছা কৰিব পাৰোঁ ?

কিৰণ, } নিশ্চয় পাৰা।
বংশী }

ৰজত—কিন্তু আপোনাৰ এই সম্পত্তিৰ গৰাকী মই হব নোখোজোঁ। এই সম্পত্তি মই ৰাইজৰ মঙ্গলাৰ্থে, দেশৰ উন্নতিৰ অৰ্থে— দৰিদ্ৰ গাৱঁলীয়াৰ হিতাৰ্থে আগ বঢ়ালোঁ। চলিব পৰাকৈ আপোনাৰ কাৰণে অলপ ৰাখি বাকী সকলো সম্পত্তিৰ সকলো অংশৰ গৰাকী আজিৰ পৰা ৰাইজ।

বংশী—তই কি কৈছ ৰজত ?

ৰজত—আচৰিত নহব মহাদেউ! জাতিৰ উন্নতি কামনা কৰিবলৈ হলে নিজৰ স্বাৰ্থ ত্যাগ কৰিবই লাগিব।

কিৰণ—ৰজত! তোমাৰ এনুৱা মহান ত্যাগ মই কল্পনাও কৰিব পৰা নাছিলোঁ। তোমাৰ আত্মত্যাগ চিৰ-দিন জগতত জল্ জল্ লট্ পট্ হৈ ৰৈ থাকিব। আশাকৰোঁ তোমাৰ আদৰ্শ সকলোৱে গ্ৰহণ কৰি দেশ গঢ়াৰ পথত অগ্ৰগামী হব। সেউজীয়া অসম সোণেৰে গঢ়ি উঠিব। মই আহিলোঁ।

বংশী—এতিয়া অলপ চাহপানী .....

কিৰণ—নালাগে বাৰু। বিয়াৰ পিচত পেট পূৰাই ভাতকে খাম।

বংশী—ৰজত! বিয়ৈক গাওঁৰ মূৰলৈ আগবঢ়াই থৈ আহ।

[ ৰজত আৰু কিৰণৰ প্ৰস্থান ]



বংশী—অ'মাধুৰী! বোলো আলাপ শুনিলিনে নাই।

[ মাধুৰীৰ পুনঃ প্ৰবেশ ]

মাধুৰী—কাণ নপতাকৈ আছোঁনে? কথা শুনি আনন্দতে হিয়া উপচি পৰিছে।

বংশী—হেঃ হেঃ। পৰিবতো। মই দেখোঁ তোৰ সৈতে কাজিয়া হোৱাৰ দিনাই কৈছিলোঁ যে ছোৱালী দিয়া নিদিয়া কথা মই জানোঁ আৰু চৌধুৰীয়ে জানে। কিন্তু ৰজত এক নম্বৰ গাধা। হায়! হায়! লোকে উপযাচি দিয়া অজস্ৰ ধনদৌলত পাইও হাতেৰে হেকৰালোঁ। এতিয়া যিয়ে হওঁক বিয়াৰ দিহাটো শীঘ্ৰে কৰিব লাগে। মই এতিয়াই ঢুলিয়া জোৰ বন্দবস্ত কৰি আহোঁগৈ ৰ।

[ প্ৰস্থান ]

—দৃশ্যপট—



# ষষ্ঠ দৰ্শন

## —বংশী শইকীয়াৰ ঘৰ—

[ বীণা; ৰজত আৰু গাৱঁলীয়া ল'ৰা ছোৱালী ]

( বীণাই ঘৰত ওৰণি নৈ যঁতৰত সূতা কাটি থাকে। এনেতে গাওঁৰ ল'ৰা ছোৱালী বোৰৰ প্ৰবেশ )

বীণা—মইনাহঁত তোমালোকক শিকোৱা গীতটো এবাৰ মোক গাই শুনোৱাচোঁন।

ল'ৰা ছোৱালীবোৰ—বাৰু ন খুৰীদেউ শুনক।

—গীত—

আমি অগ্ৰগামীৰ দল ॥
নতুন অসম গঢ়াৰ পথত
আগুৱাই ব'ল ব'ল
আগুৱাই ব'ল ॥
উৰাম আমি বিজয় নিচান্
জয় যে আমাৰ আমি কৃষাণ।
দেশ বিদেশত উঠিব ঢৌ
হাঁহি উঠিব জননী সৌ
মাতৃ পূজা লক্ষ্য আমাৰ
আগুৱাই ব'ল ব'ল
আগুৱাই ব'ল ॥
আমি অগ্ৰগামীৰ দল।



লৰা ছোৱালীবোৰ—কেনে শুনিলে।

বীণা—অতি সুন্দৰ। বাৰু মইনাহঁত! মোক কিছুমান ফুল চিঙি আনি দিয়াচোঁন।

লৰাছোৱালী—ভাল! [প্ৰস্থান]

বীণা—বিয়া যাবৰ আজি এমাহ হ'ল। গাওঁত থাকি মোৰ বৰ ভাল লাগিছে। ইয়াৰ প্ৰকৃতিক দৃশ্য কি মনোৰম! কি হিয়া বিমোহন! মানুহবোৰ কেনে সৰল। নগৰত ইমান সুখত থাকিও মই এনে শান্তি অনুভৱ কৰিব পৰা নাছিলোঁ। নগৰৰ কোলাহল, নগৰৰ নকল বস্তুৰ ঠাই এই শান্তিৰ ৰাজ্যত নাই।

(ৰজতে প্ৰবেশ কৰি বীণাই কটা সূতা লাৰিচায়)

ৰজত—বীণা! তুমি দেখিবলৈ যেনে শুৱনী সূতাবোৰো তেনে মিহি আৰু সমান হৈছে।

বীণা—হয়নে? কিন্তু আপুনি যেনে সুন্দৰ তেনে সুন্দৰকৈ এতিয়াও সূতা কাটিব পৰা নাই। চেষ্টাহে কৰিছোঁ।

ৰজত—বীণা! তুমি কামত যেনে পাকৈত কথাটো তেনে সুনিপুণ। বাস্তৱতে বীণা। তুমি ইমান সোনকালে যে গাওঁৰ জীয়াৰী, বোৱাৰী সকলৰ লগত খাপ খাই সিহঁতৰ সকলো কাম শিকিব পাৰিবা—মই কল্পনাও কৰিব পৰা নাছিলোঁ।

বীণা—সেইটো মনৰ বল আৰু ধৈৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰে।

ৰজত—বীণা। মই ভাগ্যৱান যে তোমাক মোৰ সহযাত্ৰী

ৰূপে পাই ৰাইজৰ সেৰাত নতুন উৎসাহ উদ্যম লৈ আগবাঢ়িছোঁ।

বীণা—মই যেন জনমে জনমে আপোনাক পাওঁ।

ৰজত—আমি আকৌ কিছুমান নতুন আঁচনি হাতত লৈছোঁ বীণা! এইবেলি উন্নত ধৰণেৰে ট্ৰেক্টৰৰ দ্বাৰাই মাটি চহ কৰা হব। গাওঁৰ আলি পদুলিবোৰ নতুনকৈ বন্ধোৱা হব। পুথি ভৰাল, স্কুল, ডাক্তৰখানা, নৈশ বিদ্যালয়, সূতাকটা এইবোৰতো হলেই। আৱশ্যকীয় সকলো পৰিকল্পনাকেই কামত লগোৱা হৈছে। শাসনতন্ত্ৰৰ ভাৰো চৰকাৰে আংশিক ৰূপে আমাৰ হাততেই দিছে।

বীণা—অতি আনন্দৰ কথা। ৰাইজৰ সুখেই আমাৰ সুখ।

ৰজত—দুদিন পিচত দেখিবা বীণা! আমাৰ ধাননি পথাৰ হীৰা মুকুতাৰ পাহাৰ হব। শিল্প-কলাৰ সৌন্দৰ্য্য উজলি উঠিব। তৰুণ তৰুণী সকলে নতুন পথৰ সন্ধান দিব। ধনে ধানে দেশ নদন-বদন হৈ উঠিব। চৌপাশে জয় ঢোল বাজি উঠিব।

জননীৰ মুখত হাঁহি বিৰিঙিব।
এবাৰ মুক্ত কণ্ঠে কোৱা বীণা!
জয় অসমৰ জয়।
জয় অসমীয়াৰ জয়॥

[ নেপথ্যত শঙ্খ ঘণ্টা আদি বাজি উঠে ]

**আ—ৱঁ—কা—পো—ৰ**